# দেউৰী-চুতীয়া

পৱনচন্দ্ৰ শইকীয়া



# দেউৰী-চুতীয়া

ডঃ পৱনচন্দ্ৰ শইকীয়া




অসম সাহিত্য সভা

*DEURI-CHUTIA—A study on the Deuri-Chutia tribe of Assam, made by Dr. Pavanchandra Saikia, published by Nagen Saikia, General Secretary, Asom Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat 1974.*



দেউৰী-চুতীয়া
ডঃ পৱনচন্দ্ৰ শইকীয়া

প্ৰকাশক :
নগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

প্ৰথম প্ৰকাশ : ১৯৭৪
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

মূল্য – ৪.৪০

ছপাশাল :
শৰাইঘাট প্ৰিন্টাৰ্ছ,
গুৱাহাটী-৭৮১০০৩

# মুখ-বন্ধ

বৈচিত্ৰ্যই হ'ল বিশাল অসমীয়া জাতি আৰু সংস্কৃতিৰ ঘাই বৈশিষ্ট্য। এই বিশিষ্টতাৰ বুনিয়াদ ৰচনা কৰাত অসমৰ দেউৰী-চুতীয়া সম্প্ৰদায়ৰ অৱদান আন কাতোকৈ কম নহয়। এসময়ত অসমৰ উজনি খণ্ডত প্ৰৱল প্ৰতাপেৰে ৰাজত্ব কৰা চুতীয়াসকল অসমৰ মূল জাতীয় জীৱন প্ৰৱাহৰো অন্যতম ৰচক। অসমৰ প্ৰাচীন ইতিহাসে সিসকলৰ কীৰ্তি-কাহিনী এতিয়াও ঘোষণা কৰি আছে। তদুপৰি সিচঁৰতি হৈ থকা দেউৰী-অসমীয়াসকলৰ মাজত পৰাম্পৰাগতভাৱে চলি অহা কিছু বিশ্বাস-সংস্কাৰ আদিয়ে এতিয়াও স্ব-বৈশিষ্ট্য ৰক্ষা কৰি আহিছে। ইবোৰৰ অধ্যয়নে আমাৰ বহল অসমীয়া সংস্কৃতিৰ এটা দিশ বুজাত যথেষ্ট সহায় কৰিব। তদুপৰি সিসকলেও অসমীয়া জাতি আৰু সংস্কৃতি গঠনত সিসকলৰ যি দান আৰু স্থান তাৰ দিক্ নিৰ্ণয় কৰাত সুবিধা দিব। এই উদ্দেশ্যেই এই পুথিখনি প্ৰকাশৰ আঁচনি কৰা হৈছিল।

আমাৰ অনুৰোধ ৰক্ষা কৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগৰ ডক্টৰ পৱনচন্দ্ৰ শইকীয়াই পুথিখনি যুগুতাই দিছে। সভাৰ প্ৰকাশন আঁচনিলৈ আগবঢ়োৱা এই বৰঙণিৰ বাবে ডক্টৰ শইকীয়ালৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। পুথিখনিৰ এটি ভূমিকা লিখি দিয়াৰ বাবে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগৰ মুখ্য অধ্যাপক ডক্টৰ ভুৱনমোহন দাস, ডি, এছচি-লৈকো ধন্যবাদ জ্ঞাপন কৰিলোঁ।

চুতীয়া শব্দটোৰ আখৰ জোঁটনি 'চুটিয়া' কৰা হয় যদিও, সম্প্ৰতি 'চুতীয়া'—এই আখৰ জোঁটনিৰ ব্যৱহাৰৰ প্ৰসাৰতালৈ লক্ষ্য ৰাখি আখৰ জোঁটনি ৰখা হৈছে।

পুথিখনি ছপাই দিয়াৰ বাবে গুৱাহাটীৰ শৰাইঘাট প্ৰিন্টাৰ্ছৰ শলাগ ললোঁ।

১০ ডিচেম্বৰ, ১৯৭৪
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—১

নগেন শইকীয়া
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা।

# স্বীকাৰ

ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগৰ মুৰব্বী, শিক্ষাগুৰু ডঃ ভুৱনমোহন দাস এম, এছচি, পি, এইছ, ডি, ডি, এইছ, ছি্ দেৱে কিতাপখন হাতেলিখা অৱস্থাত চাই দি সহায় কৰা বাবে আৰু লগতে কিতাপখনৰ ভূমিকাখনো লিখি দিয়া কাৰণে তেখেতৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক অধ্যাপক শ্ৰীনগেন শইকীয়া দেৱে কিতাপখন লিখিবলৈ উদগনি দিয়াত তেখেতৰ প্ৰতি শুভেচ্ছা থাকিল। অসম সাহিত্য সভাই কিতাপখন প্ৰকাশ কৰি উলিওৱাৰ বাবে সভাৰ সভাপতি, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী, জৱহাৰলাল নেহেৰু অধ্যাপক, ডঃ মহেশ্বৰ নেওগ দেৱ প্ৰমুখ্যে সকলো কৰ্মকৰ্ত্তাৰে শলাগ ললোঁ।

লক্ষীমপুৰ জিলাৰ চিচিমুখ দেউৰী গাওঁ, শিৱসাগৰ জিলাৰ ৰজাবাৰী বৰগঞ্জা গাওঁ, টেঙাপানী দেউৰী গাওঁ, ডিব্ৰুগড় জিলাৰ সৰু গাওঁ, কানাই-গৰুচৰা গাওঁ আদিৰ বাসিন্দাসকলে যিখিনি সহায় সহযোগ কৰিলে সেইবাবে তেখেত সকললৈ হিয়া ভৰা ওলগ জনালোঁ। এই ক্ষেত্ৰত সহায়-সাৰথি কৰাৰ বাবে শ্ৰীমতী কুমুদিনীৰ প্ৰতিও মৰম ৰ'ল।

**পৰন চন্দ্ৰ শইকীয়া**
নৃতত্ত্ব বিভাগ
ডিব্ৰুগড় বিশ্ববিদ্যালয়

# ভূমিকা

এইটো সকলোৰে জনা কথা যে অসমখন বিভিন্ন বিধ নৃগোষ্ঠীয় গোটৰ বাসভূমি। কিন্তু এই গোটবোৰৰ সমাজ-ব্যৱস্থা কেনে, সংস্কৃতিৰ ৰূপ কি, ইত্যাদিবোৰ সবিশেষৰূপে জনাৰ সুযোগ সুবিধা নাই। গোটবোৰ ইটোৱে সিটোৰ বিষয়ে নজনাৰ বাবেই কেতিয়াবা গোটবোৰৰ মাজত ভুল বুজাবুজিৰ সৃষ্টি হয়। সংহতি ৰক্ষাত ব্যাঘাত জন্মে। প্ৰত্যেক গোটৰে স্বকীয় সমাজ-ব্যৱস্থা, সংস্কৃতি আৰু চিন্তাধাৰা থাকে। সেইবোৰ সম্যকৰূপে জানিব পাৰিলে মানৱ জীৱনৰ মৌলিক সাদৃশ্যবোৰ ওলাই পৰিব। ইটোৱে সিটোৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা জনাবলৈ শিকিব, বিভেদকামী মনোভাৱবোৰ আঁতৰিব।

বিভিন্ন বিধ লোকৰ বিষয়ে লিখা পুথিৰ অভাৱো সংহতিৰ এটা প্ৰধান অন্তৰায়। এই অভাৱ দূৰ কৰিবলৈ সাম্প্ৰতিক কালৰ কেইবা-জনো লোকে প্ৰয়াস কৰা দেখা গৈছে। ই অতি শুভ লক্ষণ। 'দেউৰীচুতীয়া সম্প্ৰদায়' ডঃ পৰনচন্দ্ৰ শইকীয়াৰ তেনে এটা শলাগিব লগীয়া প্ৰচেষ্টা।

দেউৰীচুতীয়া অসমৰ প্ৰাচীন ঐতিহ্যপূৰ্ণ লোক। একালত তেওঁ-লোকে উজনিত ৰাজ্য পাতি এটা গৌৰৱময় অধ্যায় ৰচনা কৰিছিল। সময়ৰ লগে লগে তেওঁলোকৰ মাজতো নানা পৰিৱৰ্তনে দেখা দিলে। লিখকে কোৱাৰ দৰে তেওঁলোকৰ ভাষা-সংস্কৃতিৰ সমলৰাজিয়ে অসমীয়া ভাষা আৰু সংস্কৃতিৰ ভড়াল চহকী কৰিছে। এনে লোকৰ বিষয়ে জানিবলৈ বহুতেই আগ্ৰহ প্ৰকাশ কৰিব বুলি আশা কৰিব পাৰি।

**ভুৱনমোহন দাস**
নৃতত্ত্ব-বিভাগ
ডিব্ৰুগড় বিশ্ববিদ্যালয়
২০, আগষ্ট ১৯৭৪

## ॥ সূচী-পত্ৰ ॥



# দেউৰীচুতীয়া সম্প্ৰদায়

## প্ৰথম অধ্যায়

### আৰম্ভনি

অসমৰ দেউৰীচুতীয়া সকল গভীৰ ধৰ্ম-বিশ্বাসৰ ওপৰত গঢ়ি উঠা এটি প্ৰাচীন ধৰ্মপ্ৰাণ জাতি। তেওঁলোকৰ ভাষা, সমাজ, সংস্কৃতি অতি পুৰণি আৰু কৌতূহলপূৰ্ণ। তেওঁলোক বৃহৎ চুতীয়া জাতিৰ পুৰোহিত শ্ৰেণীৰ লোক। চুতীয়া ৰজা সকলে যেতিয়া কুণ্ডিল ৰাজ্যত ৰাজত্ব কৰিছিল, সেই সময়ত তেওঁলোকে 'চাৰিশালত' পুৰোহিতৰ কাৰ্য সম্পাদন কৰিছিল। দেউৰীচুতীয়া সকলৰ মতে গৌৰীনাথ সিংহৰ দিনত (১৭৮০-৯৪ খৃঃ ত) বিখ্যাত 'নৰবলি' প্ৰথা বন্ধ হোৱা কাৰণে আৰু সঘনে চলি থকা মিচিমি বিদ্ৰোহৰ বাবে তেওঁলোকে সেই অঞ্চল ত্যাগ কৰিব লগাত পৰিছিল।

'দেউৰী' শব্দটিয়ে দেৱকাৰ্য কৰা লোকক বুজায়। অৰ্থাৎ যিসকল লোক দেওশালৰ বা দেৱ-দেৱী মন্দিৰৰ অধিকাৰী তেওঁলোকেই দেউৰী—যেনে বৰ দেউৰী, সৰু দেউৰী ইত্যাদি। চুতীয়া ভাষাত 'দে' মানে ডাঙৰ বা সন্মানিত বা গুণী; 'উ' আৰু 'ৰী' য়ে যথাক্ৰমে পুৰুষ আৰু প্ৰকৃতিক বুজায়। অৰ্থাৎ সন্মানিত গুণী পুৰুষ প্ৰকৃতি। প্ৰকৃতাৰ্থত চুতীয়া সকলৰ ভিতৰত যি কেইজন ডাঙৰ, গুনীমানী মানুহ আছিল তেওঁলোককে দেওশালবোৰৰ পৰিচালনাৰ বাবে দায়িত্বভাৰ দিয়া হৈছিল আৰু তেওঁলোককে দেউৰী বুলিছিল। কালক্ৰমত তেওঁলোকৰ বংশ বৃদ্ধি হৈ এটি বেলেগ সম্প্ৰদায়ৰূপে পৰিগণিত হ'ল। ১৯৬১ চনৰ পিয়লৰ মতে তেওঁলোকৰ সৰ্বমুঠ জনসংখ্যা হ'ল ১১,৮২৫ জন। বৰ্তমান এই 'দেউৰী' শব্দটি অসমীয়া হিন্দু সমাজত নামঘৰ আৰু মঠ-মন্দিৰ বোৰত ভকতসকলে ব্যৱহাৰ কৰা পৰিলক্ষিত হয়। ডঃ কাকতিৰ মতে সংস্কৃত শব্দ 'দেৱ-গৃহিকৰ' পৰা দেউৰী শব্দ উৎপত্তি হৈছে[১]।

১। কাকতি, ডঃ বাণীকান্ত "দি মাদাৰ গ'ডেছ কামাখ্যা"।

'চুতীয়া' শব্দটি চুতীয়া ভাষাত বিশ্লেষণ কৰিলে এনেদৰে পোৱা যায়—'চু' শব্দৰ অৰ্থ হ'ল—ভাল, গুণী, উচ্চ, ধুনীয়া—আৰু আনন্দময় ; তী শব্দ 'জেতী' বা আকাশৰ তৰা শব্দৰ পৰা আহি তাৰ লগত 'ইয়া' প্ৰত্যয় যোগ হৈ 'চুতীয়া' হৈছে। সাহিত্যিক অৰ্থত 'চুতীয়া' শব্দই গুণী বা উচ্চ জাতৰ মানুহক বুজায়। সংক্ষিপ্ত ভাবে কবলৈ হ'লে যি সকল গুণী-মানী মানুহ এসময়ত আকাশ বা উচ্চ-ঠাই বা পৰ্বতৰ পৰা নামি আহিছিল তেওঁলোকক চুতীয়া বোলে। শ্ৰীবেনুধৰ শৰ্মাদেৱৰ মতে "স্বতী নৈৰ পাৰত থকা বাবেই চুতীয়া জাতিৰ নাম চতীয়া বা চুতীয়া হ'ল"২। ৺ৰাজমোহন নাথৰ ভাষাতঃ "উত্তৰ পূব অঞ্চলত প্ৰাচীন কালত চোতান নামৰ এখন ৰাজ্য আছিল। সেইৰাজ্যৰ অধিবাসী বুলি ভোটান বাসীক ভূটীয়া কোৱাৰ দৰে চোতান বাসীক চোতীয়া বা চুতীয়া বোলা হৈছিল"৩। ব্ৰাউনৰ মন্তব্যত এনেদৰে পোৱা যায়ঃ "The people are generally called Deoris simply ; the language is more popularly known as Chutiyas"৪।

এসময়ৰ কুণ্ডিল সভ্যতা গঢ়োঁতা চুতীয়া জাতিৰ জনসংখ্যা বৃদ্ধিহৈ বৰ্তমান কেবাটাও সৰু সৰু জাতি আৰু জনজাতিত বিভক্ত হ'ল। সেইবিলাকৰ ভিতৰত দেউৰী-চুতীয়া, হিন্দু-চুতীয়া, আৰু আহোম চুতীয়াই প্ৰধান। তাৰোপৰি বৰাহী চুতীয়া, মৰান চুতীয়া, মটক চুতীয়া, মিৰি চুতীয়া আদি কিছুমান সৰু সৰু সামাজিক গোট পোৱা যায়। পূৰ্বতে তেওঁলোকৰ গুৰি একেটা হলেও বৰ্তমান একো একোটি সুকীয়া অন্তৰ্বিবাহ গোটত পৰিণত হৈছে। ভাৰতৰ সংবিধানত যেতিয়া ভাৰতীয় জাতি আৰু জনজাতি বিলাকক অন্তৰ্ভুক্ত কৰা হ'ল তেতিয়া ওপৰত উল্লেখ কৰা দেউৰীচুতীয়া আৰু মিৰি চুতীয়া সকলক অসমৰ ভৈয়ামৰ জনজাতি সকলৰ তালিকাত অন্তৰ্ভুক্তি কৰা হ'ল। এই

২। শৰ্মা, বেনুধৰ "চুতীয়া কৃষ্টি"—সদৌ অসম চুতীয়া-সম্মিলনৰ অষ্টাদশ অধিবেশন সোনালী জয়ন্তী বছৰৰ "স্মৃতি-গ্ৰন্থ"—১৯৭৪—পৃঃ ২।

৩। নাথ, ৺ৰাজমোহন—"চুতীয়া জাতিৰ পুৰাতত্ত্ব" "স্মৃতি-গ্ৰন্থ" দ্ৰষ্টব্য নং ২ পৃঃ ১০।

৪। Brown, W.B.—An Outline Grammar of the Deuri-Chutiya Language spoken in Upper Assam"—1895.



ক্ষেত্ৰত অসমৰ প্ৰাক্তন গড়কাপ্তানি মন্ত্ৰী ৺ভীমবৰ দেউৰীদেৱৰ অৱদান উল্লেখযোগ্য। হিন্দু চুতীয়া, আহোম চুতীয়া, মৰান চুতীয়া আদি লোক সকলে অসমৰ অন্যান্য পিচপৰা শ্ৰেণীত ভুক্ত হ'ল।

চুতীয়া সম্প্ৰদায়ৰ লোকসকল বিশেষকৈ সমাজ আৰু ধৰ্মৰ-কৰ্ম পন্থাৰ ওপৰত ভিত্তি কৰি বিভিন্ন ঠালত বিভক্ত হ'ল। আগতে উল্লেখ কৰা হৈছে যে যিসকল চুতীয়া লোকে দেওশালত পূজা-পাতল দিছিল তেওঁলোকেই পাচত দেউৰীচুতীয়া নামেৰে অভিহিত হ'ল। যিবিলাক চুতীয়া মানুহ হিন্দুৰ প্ৰভাৱত পৰি আৰু তাৰ পাচত মহাপুৰুষ শঙ্কৰ দেৱৰ বৈষ্ণৱ পন্থা গ্ৰহণ কৰি নিজক হিন্দু বুলি পৰিচয় দিলে তেওঁলোক হিন্দু চুতীয়া বুলি পৰিগণিত হ'ল। পোন্ধৰশ' শতিকাৰ পৰা আৰম্ভ কৰি চুতীয়া আৰু আহোম লোক সকলৰ মাজত বিশেষকৈ সামাজিক আৰু ৰাজনৈতিক কাৰণত সংযোগ ঘটি এটা নতুন শ্ৰেণী উৎপত্তি হ'ল আৰু তাৰ নাম হ'ল আহোম চুতীয়া।

এনডেলে বৰাহীচুতীয়া সকলক "pig eating clan" অৰ্থাৎ 'বৰা খোৱা গোত্ৰ' নামেৰে অভিহিত কৰিছে৫। অসমীয়া ভাষাত বৰা শব্দই গাহৰিক বুজায়। কিন্তু দেউৰীচুতীয়া সমাজত 'বৰা' শব্দই পূজাৰী সম্ভাৰ ভিতৰত থকা বৰা উপাধিৰে বিভূষিত কৰা এজন পূজাৰী বিষয়াকহে বুজায়। আকৌ দেউৰীচুতীয়া সকলেও গাহৰি খায় ; গতিকে সেই অৰ্থত এনডেলে তেওঁলোককো 'গাহৰি খোৱা গোত্ৰ' বুলি ধৰিব লাগিছিল। পিচে, তেওঁ দেউৰীচুতীয়া সকলক 'the Levite or priestly clan' বুলি বৰ্ণনা কৰিছে৬। গতিকে বৰা শব্দই দেৱ মন্দিৰৰ বিষয়াক বুজোৱাটোহে সত্য। চুতীয়া সকলৰ ভিতৰত বুৰুক নামেৰে ফৈদ এটি আছে। তেওঁলোকে ছাগলী নাখায়। প্ৰবাদ আছে যে তেওঁলোকৰ ফৈদৰ মানুহ আগতে নমৰিছিল ; এটা ছাগলী মাৰি তাক নিয়মমতে সৎকাৰ কৰাৰ পাচতহে মানুহ মৰে। সেই দিনৰ পৰাই তেওঁলোকে ছাগলীক সন্মান কৰে আৰু নাখায়। এই জনপ্ৰবাদটি ওপৰত উল্লেখ কৰা বৰাহী চুতীয়া সকলৰ মাজতো আছে। গতিকে, দুয়োটা ফৈদৰ গুৰি এটা আছিল বুলি বিশ্বাস হয়। আজি-কালি উক্ত দুয়োটা ফৈদৰ মানুহ বাকী কেইটা চুতীয়া ঠালৰ লগত মিলি

৫। এনডেল, আৰ্ এছ—'দি কাছাৰীজ'

৬। ঐ

গ'ল। মায়ামৰা (মটক) সম্প্ৰদায়ৰ ভিতৰত বুৰুক চুতীয়া ফৈদৰ যিটো পৰিয়াল সোমাই আছে তেওঁলোকেই হৈছে চুতীয়া ৰজা ফৈদৰ পোনপতীয়া বংশধৰ। এই সম্পৰ্কে দ্বিতীয় অধ্যায়ত আলোচনা কৰা হৈছে।

চুতীয়া ৰাজত্বৰ দিনত যিবিলাক মিৰি (মিছিং) মানুহ পৰ্বতৰ পৰা নামি আহি চুতীয়াৰে সৈতে মিলিজুলি থাকিবলৈ লয়—তেওঁলোকক মিৰিচুতীয়া বোলে। বৰ্তমান মিছিং সমাজৰ ভিতৰত থকা 'বাৰ গাম'ৰ লোক সকলকে চুতীয়া মিৰি বোলে। তেওঁলোকে আগতে ভৈয়ামলৈ নামি অহা বাবে শিক্ষা, ৰাজনৈতিক, অৰ্থনৈতিক আদি ক্ষেত্ৰত দ'হ গামতকৈ কিছু আগবঢ়া। কেলনাৰৰ ভাষাত ঃ 'I believe that the Chutiya Miris are so called merely because they came down from the hills in the time of the Chutiya kings. They are much more ancient immigrant into the plains than the Ayengiya, Shayengia, Dambukial and other tribes of the Miris :[৭]

অৰুণাচলৰ চুলিকটা মিচিমি সকলৰ কোনো কোনো লোকে নিজকে ভীষ্মকৰ পুতেক ৰুক্মবীৰৰ সন্তান বুলি বিশ্বাস কৰে। আনহাতে, চুতীয়া সকলেও ভীষ্মকৰ বংশধৰ বুলি পৰিচয় দিয়ে। ভীষ্মক নামেৰে এজন চুতীয়া ৰজাই এসময়ত উক্ত অঞ্চলত ৰাজত্ব কৰিছিল। সেই বিষয়ে দ্বিতীয় অধ্যায়ত আলোচনা কৰা হৈছে। তেওঁলোকৰ মাজত থকা ভীষ্মক, ৰুক্মবীৰ, ৰুক্মিণী আদি নামবোৰ হিন্দু ধৰ্ম-শাস্ত্ৰৰ পৰা গ্ৰহণ কৰা হৈছে। গতিকে, চুতীয়া আৰু মিচিমি সকলৰ মাজত থকা ধৰ্মজড়িত প্ৰবাদ আৰু বুৰঞ্জীয়ে এইটো প্ৰমাণ কৰে যে এসময়ত তেওঁলোকৰ ভিতৰত এটা গাঢ় সম্বন্ধ গঢ়ি উঠিছিল।

আগতে উল্লেখ কৰা চুতীয়া সকলৰ ভিতৰত কেৱল দেউৰী চুতীয়া সকলৰ মাজতহে চুতীয়া ভাষা, কলা-কৃষ্টি আৰু ধৰ্ম-বিশ্বাস সংৰক্ষিত হৈ আছে। বাকীবিলাক ঠালৰ মানুহ হিন্দুৰ প্ৰভাৱলৈ আহি হিন্দু-অসমীয়া সমাজ গাঁথনিৰ অংগ হৈ পৰিল। বাৰশ' শতিকাৰ পৰা

৭। Kellner, H.F.D.—"Remarks on the Dalton's Note on the Chutiyas of Upper Assam" incorporated in "An outline grammar of Deuri-Chutiya Language spoken in Upper Assam.—1895."



চুতীয়া সকলে হিন্দু ধৰ্মৰ প্ৰতি প্ৰভাৱান্বিত হোৱা প্ৰমাণ তেওঁলোকৰ ৰজা সকলে লিখা নাৰায়ণ, পাল আদি উপাধিৰ পৰা পোৱা যায়। ডঃ চট্টোপাধ্যায়ে কয় ঃ "The Chutiyas in the extreme east of Assam (Sadiya) had also become partially Hinduised by the beginning of the 13th century".[৮] এই সম্পৰ্কে দেউৰী চুতীয়া সকলে হিন্দু ব্ৰাহ্মণ সকলৰ পূজা-পদ্ধতিৰ বিৰোধিতা কৰা প্ৰমাণ পোৱা যায়। ডেলটনে আহোম বুৰঞ্জীৰ সহায় লৈ কয় যে দেউৰী সকলে ব্ৰাহ্মণ পণ্ডিতৰ নিৰ্দ্দেশমতে পূজা-পাতলৰ পদ্ধতিবোৰ সলনি কৰিবলৈ ইচ্ছা কৰা নাছিল[৯]।

**আদি বাসস্থান আৰু প্ৰব্ৰজন ঃ** অভিজ্ঞ দেউৰীচুতীয়া বয়োবৃদ্ধ সকলৰ মতে তেওঁলোক প্ৰথমতে দক্ষিণ-পূব এচিয়াৰ পৰা আহি শ্যাম আৰু মূকং অতিক্ৰম কৰি কুণ্ডিলত বাস কৰেহি। তাৰ পাচত ক্ৰমান্বয়ে কুবিল, চকতি চলিহা, মামিৰি পচলা এৰেম, খেৰেম, জৈদাম, পাত শদিয়া, নাম শদিয়া আদি বিভিন্ন ঠাইত বসতি কৰেহি। আকৌ সেই ঠাই এৰি নিমাতি, নেঘেৰিটিং, কলিয়াবৰ, কামাখ্যা আৰু গাভৰু-পথাৰ হৈ বৰভেটিত ৰ'লহি। এই বৰভেটিত চকুৰি জখলা অৰ্থাৎ চকুৰি পৰিয়াল আছিল। কিন্তু হাইজা বেমাৰত পৰি বহুতবিলাক মানুহ মৃত্যুৰ মুখত পৰিল। বৰভেটিৰ পৰা চাৰিভাগ হৈ সাপেখাটি আৰু আদলাখোৱা ঠাইত গাওঁ পাতি থাকিবলৈ লয়। আদলাখোৱাৰ পৰা প্ৰথম দল লোকে ক্ৰমান্বয়ে গৰইমাৰী, খেৰকটা, পুৰণিভেটিত থকাৰ পাচত বাহগড়া, দিক্ৰং আদি ঠাইত বসতি স্থাপন কৰিবলৈ লয়। দ্বিতীয় দল মানুহে বৰ্তমান চিৰাম গাঁৱত বসবাস কৰিবলৈ ল'লে। এই চিৰামৰ পৰাই কিছুমান পৰিয়াল আহি লেখক, চেনিয়া, চিচিমুখ আদি অঞ্চলত বসতি কৰিবলৈ লয়। চিৰামৰ পৰা বৰগঞা আৰু টেঙাপনীয়া খেলৰ মানুহে ব্ৰহ্মপুত্ৰ পাৰ হৈ পানীদিহিং মৌজাৰ

৮। Chatterjyee, SK (Dr)—'Kirata Janakriti'—The Indo-Mongoloids.

৯। Dalton, E.T.—"Notes on the Chutiyas of Upper Assam" incorporated in Outline Grammar of Deuri-Chutiya Language spoken in Upper Assam—1895.

অন্তৰ্গত—দিহিংমুখৰ আৰু ব্ৰহ্মপুত্ৰৰ সমিপৱৰ্তী অঞ্চলত বৰগাওঁ আৰু টেঙাপানী গাওঁ পাতি থাকিবলৈ লয়। বৰগাঁৱৰ পৰা কিছুমান বৰগঞা মানুহ উজাই গৈ বঙালি আৰু শদিয়াৰ চুনপুৰা অঞ্চলত আৰু উত্তৰ পাৰে ধুনাগুৰিত গাওঁ পাতেগৈ। সেইদৰে টেঙাপানী খেল কিছুমান মানুহ উজাই গৈ কলোলোৱা আৰু মধুপুৰ অঞ্চলত বসতি কৰিবলৈ লয়। বৰ্তমান তেওঁলোকে ডিব্ৰুগড়, লক্ষিমপুৰ, শিৱসাগৰ, দৰং জিলাৰ বিভিন্ন অঞ্চলত বসতি স্থাপন কৰিছে। তদুপৰি বান পানী আৰু খেতিকৰা মাটিৰ অভাৱৰ হেতু পূৰণি বসতিস্থান শ'দিয়া আৰু লোহিত জিলাৰ কিছুমান ঠাইলৈ পুনৰ উজাই গৈ গাওঁ পাতি থাকিবলৈ লৈছে।

**চুতীয়া ভাষা** : আগতে উল্লেখ কৰা হৈছে যে দেউৰী চুতীয়া সকলেহে চুতীয়া ভাষা সংস্কৃতি জীয়াই ৰাখিছে। চুতীয়া-ভাষা এসময়ত উজনি অসমৰ একমাত্ৰ ভাষাৰূপে পৰিগণিত হৈছিল। বৰ্তমান এই ভাষা মাত্ৰ দেউৰীচুতীয়াৰ দিবঙীয়া খেলৰ মানুহে হে জানে। বাকী বিলাক খেলৰ মানুহ অসমীয়া ভাষা গ্ৰহণ কৰি বৃহৎ অসমীয়া জাতি আৰু সংস্কৃতিৰ অন্তৰ্ভুক্ত হ'ল। ব্ৰাউনে চুতীয়া ভাষাক উত্তৰ কাছাৰত থকা ডিমাছা কছাৰী ভাষাৰ লগত তুলনা কৰিছে। কিন্তু দুয়োটা ভাষাৰ শব্দৰ গাঁথনি, উচ্চাৰণ আৰু অৰ্থৰ যথেষ্ট প্ৰভেদ আছে। ব্ৰাউনৰ এনে মন্তব্যৰ বাবে কোনো কোনো লোকে চুতীয়া সকলক বড়ো জাতিৰ অন্তৰ্গত বুলি মত প্ৰকাশ কৰে। চুতীয়া আৰু বড়ো জাতিৰ লোক দৈহিক গঠন, ভাষা, কৃষ্টি, ধৰ্ম আদিৰ সকলোফালৰ পৰা দুটা বেলেগ সম্প্ৰদায়। ব্ৰাউনৰ ভাষাত : 'The Chutiya Language, indeed, may fairly claim to be the original language of Upper Assam'[১০] তেওঁলোকে পূৰ্বতে কি লিপি ব্যৱহাৰ কৰিছিল সেই বিষয়ে জনা নাযায়। কিন্তু পুৰণি অসমীয়া আখৰ ব্যৱহাৰ কৰাটো পুথি-পাঁজি বোৰে প্ৰমাণ দিয়ে। এসময়ৰ উজনি অসমৰ গুৰি আৰু একমাত্ৰ ভাষাটো মৃত্যুৰ মুখত পৰাৰ আগতে তাক গৱেষণা কৰি উদ্ধাৰ কৰিব পাৰিলে অসমীয়া ভাষাতত্ত্বৰ ভড়াললৈ এটি আপুৰুগীয়া অৱদান হ'ব।

১০। Brown, W.B.—"See No 4"



দৈহিক লক্ষণ : দেউৰী চুতীয়া সকলৰ দৈহিক লক্ষণ বোৰ তলত দিয়া হ'ল। তেওঁলোকৰ গাৰ বৰণ পাতলীয়া আৰু মুগা বৰণীয়া। চুলিবোৰ ক'লা আৰু দাড়ি গোফ মধ্যমীয়া। চকুৰ চেলাউৰি মধ্যমীয়া আৰু সংযোগহীন। চকুৰ বং ডাঠ মুগাবৰণীয়া। চকুৰ মণি বলয় মধ্যমীয়া আৰু হেলনীয়া। চকুৰ পল্লৱৰ ভাজ দেখা যায়। কপাল থিয় আৰু বহল। নাকৰ গঠন মধ্যমীয়া, পোন আৰু অৱতল আকাৰৰ পোৱা যায়। হনু ওলাই থকা দেখা যায়। ওঁঠ দুটাৰ আকৃতি মধ্যমীয়া আৰু ঘোৰ নোখোৱা। থুঁতৰিটো দেখাত ডিম্বাকৃতি। কাণৰ লতি দেহৰ আন অংশৰ লগত লাগি থকা পৰিলক্ষিত হয়।

চুতীয়া ভাষা সংস্কৃতি সংৰক্ষিত কৰা দেউৰী চুতীয়া সকল প্ৰধান কৈ চাৰিটা খেলত বিভক্ত হৈছে। যেনে—দিবঙীয়া, বৰ গঞা, টেঙাপনীয়া আৰু পাতৰ গঞা। তেওঁলোকৰ খেলৰ নামবোৰ আদি বসতিস্থানৰ পৰা উৎপত্তি হৈছে। দিবঙীয়া, বৰগঞা আৰু টেঙাপনীয়া নামৰ জন্ম হৈছে যথাক্ৰমে দিবং নৈ, বৰনৈ (লুইত) আৰু টেঙাপানী নৈ নামৰ পৰা। চতুৰ্থটো খেল পাতশদিয়াত থকা বাবে পাতৰ গঞা নামেৰে জনাজাত হৈছে। পাতৰ গঞা খেলৰ মানুহ সামাজিক গোট হিচাবে আজি কালি পোৱা নাযায়। তেওঁলোক আন আন খেলৰ মানুহৰ লগত মিহলি হ'ল বুলি বিশ্বাস হয়। ৺নাথৰ মতে "বৰ্ত্তমান ছিলেটত যিসকল পাতৰ জনজাতি ৰূপে বাস কৰি আছে, তেওঁলোকৰ আচাৰ ব্যৱহাৰৰ লগত চুতীয়া দেউৰী সকলৰ বহুত মিল দেখি আৰু চুতীয়া জাতিৰ কৃষ্টি ঐতিহ্য বিবেচনা কৰি চুতীয়া জাতিৰ এটি শাখা বুলি সিদ্ধান্ত কৰা সম্পূৰ্ণ যুক্তিহীন নহব"[১১]। ৺নাথৰ এই উক্তিটো সত্য হব পাৰে। কাৰণ, বৰ্ত্তমান শিলচৰৰ আশে পাশে বহুত বোৰ চুতীয়া মানুহৰ গাওঁ আছে। তেওঁলোকে বঙালী ভাষাৰ গ্ৰাসত পৰিছে যদিও সদায় অসমীয়া বুলি পৰিচয় দি আহিছে। তেওঁলোকে ঘৰত থলুৱা অসমীয়া ভাষা ব্যৱহাৰ কৰে। তেওঁলোকৰ মতে মানৰ আক্ৰমনৰ ফলত আৰু অৰ্থনৈতিক সুবিধাৰ বাবে সেই অঞ্চলত বাস কৰিবলৈ লয়। এই সকল লোকৰে এটা ঠাল চিলেটলৈ গৈ বসতিস্থাপন কৰাটো সমীচীন হোৱা স্বাভাৱিক।

১১। নাথ, ৺ৰাজমোহন—'চুতীয়া জাতিৰ পুৰাতত্ব'—সদৌ অসম চুতীয়া সন্মিলনৰ অষ্টাদশ অধিবেশন সোনালী জয়ন্তী বছৰৰ 'স্মৃতি গ্ৰন্থ' ১৯৭৪—পৃঃ ১৪।

## দ্বিতীয় অধ্যায়

### বুৰঞ্জীৰ পটভূমিত দেউৰীচুতীয়া সম্প্ৰদায়

**চুতীয়া ৰাজ্যৰ সীমা**—বাৰশ' শতিকাৰ আৰম্ভনিতে চুতীয়া ৰাজ্য স্থাপন হয়। এই ৰাজ্যৰ নাম পূৰ্বতে বিদৰ্ভ আছিল। পাচত বিদৰ্ভ ৰাজ্য কুণ্ডিল আৰু সোমাৰপীঠ নামানুসাৰে দুখন ৰাজ্যত পৰিণত হয়। এই ৰাজ্যৰ উত্তৰে হিমালয় পৰ্বতমালা, দক্ষিণে দিহিং নৈ, পূবে পাট্‌কাই পৰ্বতমালা আৰু পশ্চিমে ভৰলী নৈ আছিল। ৰবিন্সনৰ ভাষাত "...The seat of the Chutiyas, when they were in the ascendent, appears to have been about Lakhimpur, and the banks of the Subansiri. They held all the country on the North of the Brahmaputra, probably as far down as Bishnath."[১২]

চুতীয়া ৰাজ্য বিশ্বনাথলৈকে ব্যাপি থকাটো ডঃ আচাৰ্য্যয়ো উল্লেখ কৰিছে: "...According to the Assamese chronicle, the Chutiya country was situated in the west of the Udaigiri mountain (Brahmakunda and the ranges bounding Khamti on the west), the hills on the south were inhabited by the Kacharis and Nagas, to the west it extended as far as the country of the Kushan, a Hindu tribe, dwelling in the neighbourhood of Bishnath (perhaps the kingdom of Kamrup) and on the North the area stretches upto the hills of the Amutmiri (perhaps the ranges of the Himalayas, bordering North Eastern Assam).[১৩]

১২। Robinson, W.—"A Descriptive Accounts of Assam" —p. 323.

১৩। Acharjya (Dr.) N.N.—"The History of Medieval Assam." p. 232.






**চুতীয়া সভ্যতাৰ ধ্বংসাৱশেষ:** চুতীয়া সভ্যতাৰ চানেকি স্বৰূপে লোহিত জিলাত থকা ভীষ্মক নগৰ, ৰুক্মিণী নগৰ, তাম্ৰেশ্বৰী মন্দিৰ আৰু মালিনি থান আৰু ন'শদিয়া অঞ্চলত থকা প্ৰতিমানগৰ বা পৃথিমিনগৰ, ৰজা মৈদাম, ৰাণী মৈদাম, পদুম পুখুৰী, ৰাজমাও পুখুৰী, ৰাজআলি, বুঢ়াবুঢ়ীশাল বা গিৰা গিৰাচী বা কুণ্ডিমামাকু আদি পোৱা যায়। পূৰ্বতে টেঙাপনীয়া খেলৰ মানুহে পূজা পাতল কৰা বলীয়াবাবা থান ঘৰৰ ধ্বংসাৱশেষৰ বিষয়ে এতিয়ালৈকে বিতংভাবে জনা নাযায়।

ওপৰত উল্লেখ কৰা ভীষ্মক নগৰ খনৰ অনুসন্ধান কৰি [১৯৬১ চনৰ ২৩ জানুৱাৰী]* নগৰখনৰ দুৰ্গ এটাৰ পৰা অনা তিনিবিধ ইটাৰ জোখ এনেদৰে পোৱা যায়। প্ৰথম বিধ: ২০.৩ চেঃ মিঃ × ১৫.১ চেঃ মিঃ × ২.৭ চেঃ মিঃ; দ্বিতীয় বিধঃ ১২.৬ চেঃ মিঃ × ৯.৭ চেঃ মিঃ × ২.৮ চেঃ মিঃ আৰু তৃতীয় বিধ: ১২.৯ চেঃ মিঃ × ৭.৮ চেঃ মিঃ × ২.৮ চেঃ মিঃ।

অৰুণাচলৰ প্ৰত্নতাত্বিক বিভাগে উক্ত নগৰখন খনন কাৰ্য কৰি পোৱা মাটিৰ বাচন-বৰ্তন, প্ৰস্তৰযুগৰ-শিলৰ অস্ত্ৰ আদি আবিষ্কাৰ

* ন-শদিয়াৰ পৰা হাতীৰে দুদিন গ'লে

কৰিছে। সেইবোৰ অৰুণাচলৰ শ্বিলং সংগ্ৰহালয়ত সংৰক্ষণ কৰি ৰখা হৈছে। ১৯৭২ চনত বিভাগীয় কৰ্তৃপক্ষই ভীষ্মক নগৰৰ খনন কাৰ্য কৰা ঠাইত ঃ 'Cultural heritage of the Mishmis." বুলি নামফলি লিখা থাকিলেও ভীষ্মক নগৰখন পোনপটীয়াকৈ মিচিমি-সকলৰ 'cultural heritage' বুলি কলে ভুল হ'ব। চুতীয়া আৰু চুলিকটা মিচিমি সকলৰ উৎপত্তি সম্বন্ধে আগতে উল্লেখ কৰা হৈছে। মূঠতে চুতীয়া সকলে ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত উক্ত অঞ্চল পৰিত্যাগ কৰি অসমৰ ভৈয়ামৰ ফালে নামি আহিল। তেওঁলোকৰ ওচৰ চুবুৰীয়া চুলিকটা মিচিমি সকল সেই ঠাইতে ৰ'ল। চুতীয়া সকলৰ বুৰঞ্জীমূলক কিছুমান ঘটনা মিচিমি সকলৰ মাজত আজিও সজীৱ হৈ আছে।

ভীষ্মক নগৰখন যে চুতীয়া সকলৰ আছিল সেইকথা এখন অপ্ৰকাশিত পুথিত এনেদৰে পোৱা যায়। পুথিখনত থকা কেইশাৰীমান কথা এইখিনিতে উল্লেখ কৰা হ'ল। ঃ

…জ্যেষ্ঠ পুত্ৰ ভীষ্মকক যিটো নৰৰাই।
কুণ্ডিলত ৰাজা তাংক পাতিলা তথাই ॥
কণিষ্ঠ পুত্ৰক সিটো সোমাৰ পীঠত।
নগৰ কৰিয়া তাংক ৰাখিলা তথাত ॥ ১৪…

বিদৰ্ভৰ ৰজা ভীম যেতিয়া বৃদ্ধ হয় তেতিয়া তেওঁৰ ৰাজ্যখন দ্‌ভাগ কৰি ডাঙৰ পুতেক ভীষ্মকক কুণ্ডিলত আৰু কণিষ্ঠ পুতেক বিশ্বকেতুক সোমাৰ পীঠত ৰজা পাতে। পুথিখনত ৰাজত্বৰ কাল নাই। এই লেখকে অসম বুৰঞ্জীৰ সহায়ত পুথিখনত থকা চুতীয়া ৰজাসকলৰ দিন ধাৰ্য কৰিছে। সেই অনুপাতে ভীষ্মক আৰু বিশ্বকেতুৰ ৰাজত্বৰ কাল ১২৮৯ খৃঃৰ পৰা ১৩১৪ খৃঃৰ ভিতৰত পৰে।

অসম বুৰঞ্জীত ভীষ্মক চুতীয়াৰ আদি ৰজা বুলি উল্লেখ পোৱা যায়। কামৰূপত কিৰাত বংশী ৰজাই ৰাজত্ব কৰাৰ সময়ত সোমাৰৰ অতি পূৰ্বভাগত কুণ্ডিল্য বা বিদৰ্ভ ৰাজ্যত খ্ৰীঃপূঃ ১৫০০ চনত ভীষ্মক নামেৰে এজন প্ৰৱল প্ৰতাপী ৰজাই ৰাজত্ব কৰিছিল। কোনো কোনো লোকৰ মতে ভীষ্মক ভোজবংশীয় ৰজা; শ্ৰীকৃষ্ণৰ কুটুম্ব। কিন্তু,

১৪। গোঁহাই, প্ৰিয়ব্ৰতে পদ্যলৈ ভাঙনি কৰা চুতীয়াৰ বুৰঞ্জীমূলক পুথি। (অপ্ৰকাশিত)



আধুনিক প্ৰত্নতত্ত্ববিদ সকলৰ মতে ভীষ্মক চুতীয়াবংশী ৰজাহে১৫। ৰায়-বাহাদুৰ বৰুৱাদেৱৰ ভাষাত ঃ "…This dynasty (the Chutiya) claimed descent from Bhismaka the father of Rukmini.... …Like the Ahom kings and the Kuch kings, the Chutiya kings also claimed devine origin. It is narrated that one Birpal alias Birbar who belonged to the line of Bhismaka was a pretty king ruling at Sonagiri,[১৬]

কুণ্ডিল নগৰৰ ধ্বংসাৱশেষৰ বিষয়ে চেক্সপিয়েৰে এনেদৰে মতামত দাঙি ধৰিছে ঃ "Turning to the Sadiya area controlled by the Second (Lakhimpur) Assam Rifles, we find again remains of an ancient civilization in ruined city sites, stone defense works, tanks etc., now entirely buried in deserts forests imaginable, between the Lohit river and the Mishmi hills. These are believed to have belonged to the ancient Chutiya race who owned the country from the Subansiri River round to the Disang river and were of the same stock as the Kacharis but of older origin; and the Deuri-Chutiyas, the last small remnant at the present day of a once powerful community, proudly claim to belong to the descendant of the Hindu Khatric line of kings who according to Major Hannay, occupied this part of country 2,000 years and more ago. Nothing however is really definitely known as to the builders of these cities such as are evidenced by the ruines as Bhismak Nagar, Kundiya, Payan and Prithimi Nagar. কিন্তু তেওঁ মেজৰ হেনে'ৰ উদাহৰণ দি কৈছে ঃ 'He (Hannay) states the Deuri Chutiya's claim is probably correct, in that language contains a large proportions of Hindu and Sanskritic words. That this old race was a literate one is shown by the Ahom Buranjis (records)

১৫। গোহাঞি বৰুৱা, পদ্মনাথ—"অসম বুৰঞ্জী। পৃ ১৮-১৯।

১৬। Barua, K.L.—"Early history of Kamrupa"—Chap. 8.

in which it is stated the Chutiyas were the only possessors of a written language met with at the time of their advant into Assam from Burma in A.D. 1220 and to conquer whom they found was a matter of time and difficulty".[১৭] ডঃ চৌধুৰীৰ মতে ঃ "........The relic of the Sadiya region show the mixture of the Aryan and non-Aryan elements in some early period."[১৮]

আগতে উল্লেখ কৰা বুঢ়া-বুঢ়ীশাল আৰু তাম্ৰেশ্বৰী মন্দিৰৰ বিষয়েও লিখকসকলৰ মতামত এইখিনিতে দাঙি ধৰা হ'ল। "The Boora Boori temple visited by Hannay laying some 15 miles from Sadiya across the Lohit river, is generally stated to be the most ancient as well as the most sacred shrine in Assam. Hindus consider it as dedicated to Mahadeo, but Hannay is certain as to its Budhist origin."[১৯] কিন্তু দেউৰীচুতীয়া সকলৰ মতে এই মন্দিৰটো তেওঁলোকৰহে। দেউৰীদেৱৰ ভাষাত ঃ "...... এই দুয়োমতৰ লগত আমাৰ মত নিমিলে। কাৰণ বুঢ়া-বুঢ়ী উপাসক দেউৰী সকল হিন্দুও নহয় বৌদ্ধও নহয়। তেওঁ-বিলাকে বুঢ়া-বুঢ়ীক গিৰাগিৰাচী বোলে।"[২০] দিবঙীয়া খেলৰ মানুহে বুঢ়া-বুঢ়ীক বা গিৰাগিৰাচীক কুণ্ডিমামা বোলে। কুণ্ডিমামা আৰু আন দেৱ-দেৱী থকা দেওশাল খনক মিদিকু বোলে। এই বিষয়ে চতুৰ্থ অধ্যায়ত বৰ্ণনা কৰা হৈছে।

কুণ্ডিলৰ বিখ্যাত তাম্ৰেশ্বৰী মন্দিৰো আন কাৰো নহয়—ই চুতীয়াৰ বুৰঞ্জী প্ৰসিদ্ধ ধৰ্মানুষ্ঠান। তাম্ৰেশ্বৰী দেৱীক চুতীয়াৰ বৰগঞা খেলে পূৰ্বৰ পৰা পূজা-পাতল দি মানি আহিছে। প্ৰত্যেক গাঁৱতে তাম্ৰেশ্বৰী মন্দিৰ সাজি তাত দেৱীৰ অৰ্থে মাহে মাহে পূজা চলোৱা হয়।

১৭। Shakespear, L.W.—"History of Assam Rifles" 1829 P. 263

১৮। Chowdhury, Dr. P.C.—"History of civilization of Assam." P. 473

১৯। Shakespear, L.W.—"See No. 17" P. 266.

২০। দেউৰী, ডম্বৰুধৰ—"দেউৰী-সংস্কৃতি"—১৯৬৪—পৃঃ ৫৮



পূৰ্বৰ তাম্ৰেশ্বৰী মন্দিৰৰ সম্পৰ্কে ব্ৰাউনে এনেদৰে লিখিছে ঃ 'The chief and the oldest shrine was the Tamar Ghar, or copper temple, which still exists in ruines and was lately visited by Captain Veitch. It is described as a small stone building, nearly square, built without cement, the stones joined by iron pins not clamed. The roof was of copper, but it has fallen in, and now lines there. The interior is eight feet square. The whole is enclosed within a brick wall 130 ft. by 200 ft. Near the entrance in the western wall is a small stone tripod.[২১]

০ ১২ ২৪
কিলোমিটাৰ

কুণ্ডিল নগৰৰ ধ্বংসাৱশেষ ঃ মানচিত্ৰ—২
তাম্ৰেশ্বৰী মন্দিৰ, ভীষ্মক নগৰ, ৰুক্মিনী নগৰ, মালিনি থান, বুঢ়া-বুঢ়ী শাল, প্ৰতিমা নগৰ, পদুম পুখুৰী, নাহৰণি পুখুৰী, ৰজা মৈদাম, ৰাণী মৈদাম।

১৮৮১ চনৰ অসমৰ পিয়লৰ পত্ৰত দেউৰীচুতীয়া সকলৰ তাম্ৰেশ্বৰী মন্দিৰৰ বিষয়ে এনেদৰে পোৱা যায় ঃ "They are worshipers of Durga.......Their names of the goddess are Gokhani, Tamreswari Mai and Kechakhati. The first name signifies the wife of Mahadeo in his character of a religious madicant, the second is an allusion to the copper-roofed temple on the Dhola to the East of Sadiya, where the mother (Mai) is worshipped, the

২১। Brown, W.B.—"See No. 4"

third name means literally the eater of raw fleshes and recalls the human and uncooked sacrifices which used to be offered to her there."[২২]

প্রত্নতাত্ত্বিক ৺নাথদেৱে তাম্রেশ্বৰী মন্দিৰৰ ধ্বংসাৱশেষৰ মাজত প্ৰাচীন কলীয়া শিলৰ কালীগোসানী, সূর্য আৰু গণেশৰ মূর্তি পোৱাৰ কথা উল্লেখ কৰিছে। তেওঁৰ মতে "মন্দিৰৰ স্থাপত্য আৰু ভাস্কর্যৰ বিচাৰত ই একাদশ শতিকাৰ কাৰুকার্য। ......এই কালী মূর্তি, চুতীয়া জাতিৰ আদি দেৱী আদ্যাশক্তি কা-চাই-খাতি।"[২৩] শর্মাদেৱেও চুতীয়া কৃষ্টি সম্পৰ্কে আলোচনা কৰি কৈছে: "তাম্রেশ্বৰী মন্দিৰ, বুঢ়াবুঢ়ীশাল, আৰু অনান্য সৰু সৰু মন্দিৰৰ শিলত কটা অপূর্ব মূর্তি বিলাক দেখি কোনে নকব এসময়ত চুতীয়া শিলাকটীয়াৰ অদ্ভুত স্থাপত্য বিদ্যাৰ সন্তান নাছিল বুলি।"[২৪]

ভাৰতীয় পুৰাতত্ত্ব বিভাগৰ বিষয়া ডঃ ব্লকে ১৯০৪—১৯০৫ চনত তাম্রেশ্বৰী মন্দিৰৰ ভগ্নাৱশেষৰ মাজত পোৱা শিলৰ মূর্তি যেনে সূর্য, শিৱৰ ওপৰত নাচি থকা কালী, সৰস্বতী (যদিহে সোঁহাতেৰে ধৰি থকা বস্তুটো বাদ্যযন্ত্র হয়), জন্তু, চৰাই, ফুল আদি লক্ষ্য কৰি কয় যে অসমৰ ডিমাপুৰ আৰু আন ঠাইৰ মূর্তিবোৰৰ দৰে এইবোৰো অর্ধসভ্যৰ চানেকি[২৫]। শ্রীদেউৰীদেৱৰ মতে: "চুতীয়া যুগৰ ভগ্নাৱশেষ, দেৱালয়, নগৰ আদি এতিয়াও হাবিৰ মাজত মাটিৰ তলত পোত খাই আছে। কুণ্ডিল নগৰ, ভীষ্মক নগৰ, ৰুক্মিনী নগৰ তাৰেই ভগ্নাৱশেষ।"[২৬]

উল্লিখিত ধ্বংসাৱশেষবোৰে এসময়ত সেই অঞ্চলত এটা উচ্চ সভ্যতা সম্পন্ন জাতিয়ে বাস কৰাটোকে প্রতিপন্ন কৰে। সেইটো হৈছে অসমৰ প্ৰাচীন চুতীয়া জাতি। কোনো কোনো পণ্ডিতৰ মতে চুতীয়া সকলৰ আগতে সেই অঞ্চলত এটা হিন্দু জাতিয়ে ৰাজত্ব

২২। Report on the census of Assam—1881—p. 127.
২৩। নাথ, ৺ৰাজমোহন—৩নং দ্রষ্টব্য।
২৪। শর্মা, বেনুধৰ—২নং দ্রষ্টব্য।
২৫। Block, A. R. ASI.—1906—7 p. 26
২৬। দেউৰী, ডম্বৰুধৰ—"দেউৰী সংস্কৃতি"।



কৰিছিল। পিচে, উক্ত মন্তব্যটো সমর্থনযোগ্য নহয়। কিয়নো, সেই অঞ্চলত যদি হিন্দুধৰ্মৰ কোনো এক উচ্চ জাতিয়ে ৰাজত্ব কৰিছিল তেতিয়া চুতীয়া সকলৰ পৰমপৰাগত ধর্ম-বিশ্বাস আৰু সামাজিক ৰীতিনীতিবোৰৰ আমূল পৰিৱৰ্তন হ'ব লাগিছিল। কিন্তু চুতীয়াৰ সেই কৌটিকলীয়া ভাষা সংস্কৃতি আজিও দেউৰীচুতীয়া সম্প্রদায়ৰ মাজত জীৱিত আছে। আনকি আহোম ৰাজত্বৰ দিনলৈকে দেউৰীচুতীয়া সকলে শদিয়া-ৰাজ্যৰ চাৰিশাল দেৱদেৱীৰ মন্দিৰত পূজা পাতল দি আছিল। ব্রাহ্মণ পণ্ডিতসকলৰ পূজা-পদ্ধতি তেওঁলোকে মানি লোৱা নাছিল। এই সম্পৰ্কে ডাল্টনৰ কেইযাৰ মান কথা উদ্ধৃত কৰা হ'ল: "The Deuris served as priests at four different temples, all situated above the present station of Sadiya; at these of which a yearly human sacrifices was offered, and at the fourth a white buffalo. Latterly, these sacrifices have been offered to the Hindu Goddess Durga; but had the temples or shrines been originally of Hindu origin, I can scarcely suppose that the rites would have been committed to the hands of the people so impure in their habits (according to the Hindu notions) as the Deuris. It seems more probable that a system already in active operation, and of which the religious observances had gained too strong a hold on the minds of the people to be easily abolished, was by addition or alteration of a few names of ceremonies incorporated with the Hindus."[২৭] গতিকে, শদিয়া বা বিদর্ভ বা কুণ্ডিলৰ চুতীয়া সভ্যতা অতি প্ৰাচীন আৰু সেই সভ্যতাৰ গৰাকী লোক সকলে অসমৰ বিভিন্ন ঠাইত বসতি স্থাপন কৰিলে।

**চুতীয়া ৰাজ্যৰ ৰজা সকল**—চুতীয়া ৰাজ্য প্রথমে বীৰবৰ বা বীৰ পাল নামেৰে এজন চুতীয়া লোকে প্রতিষ্ঠা কৰে। এখন অপ্রকাশিত পুথিত বীৰবৰ মনুৰ সন্ততি আছিল বুলি উদ্ধৃত পোৱা যায়। যেনে—

২৭। Dalton, E. T.—"See No. 9 above".

'বীবৰ নামত ছিলা মনুৰ সন্ততি।
বিষ্ণুপতি নামে সতী অতি সুক্ষমতি' ॥[২৮]

কোনো কোনো বুৰঞ্জীবিদৰ মতে বীববৰ ভীষ্মকৰ বংশধৰ আছিল। "সোৱনশিৰি নৈৰ গুৰিত সোণাগিৰিৰ নামনিত, ভীষ্মক ৰজাৰ বংশৰ নিচেই টোকোনা পৰিয়াল এটা আছিল। বীৰবল নামে এজন মানুহ সেই পৰিয়ালৰ মূল গৃহস্থ"।[২৯] ডেলটনে পোৱা পুথিখনতো বীৰবৰৰ কথা উল্লেখ পোৱা যায়ঃ "It appears that the original seat of the Chutiya race was somewhere near the sources or bordering on the hill course of the Subansiri river. They are described as occupying, like the Abors and Hill Miris of the present day large villages on lofty mountains, having no dependence on each other and acknowledging no leaders till the following circumstances occured: Bibar a simple inhabitant of one of these villages situated on a mountain called Swarnagiri."[৩০]

কেলনাৰে অমৃতনাৰায়ণৰ পৰা পোৱা বংশাৱলীখন ডেলটনৰ পুথিখনৰ লগত তুলনা কৰি চুতীয়া ৰজা সকলৰ নাম তলত দিয়া ধৰণেৰে উল্লেখ কৰিছে ঃ

| ক্ৰমিক নং | নাম | শক | খৃঃ | ৰাজত্ব |
|---|---|---|---|---|
| ১। | ৰত্নধ্বজ পাল বা গৌৰিনাৰায়ণ | ১১৪৬ | ১২২৩ | ৮০ বছৰ |
| ২। | বিজয়ধ্বজ পাল বা শিৱনাৰায়ণ | ১২২৬ | ১৩০৪ | ৬১ ঐ |
| ৩। | বিক্ৰমধ্বজ পাল বা জগতনাৰায়ণ | ১২৮৭ | ১৩৬৫ | ৩৪ ঐ |
| ৪। | গৌৰধ্বজ পাল বা প্ৰমতনাৰায়ণ | ১৩২১ | ১৩৯৯ | ৪৫ ঐ |
| ৫। | শংখধ্বজ পাল বা হৰিনাৰায়ণ | ১৩৬৫ | ১৪৪৪ | ৪৫ ঐ |
| ৬। | মথুৰধ্বজ পাল বা গোলোকনাৰায়ণ | ১৪১০ | ১৪৮৮ | ৪১ ঐ |
| ৭। | জয়ধ্বজ পাল বা ব্ৰজনাৰায়ণ | ১৪৫১ | ১৫২৯ | ৪৮ ঐ |
| ৮। | কৰ্মধ্বজ পাল বা সত্যনাৰায়ণ | ১৪৯৯ | ১৫৭৭ | ৫৪ ঐ |
| ৯। | ধৰ্মধ্বজ পাল বা ধীৰনাৰায়ণ | ১৫৫৩ | ১৬৩১ | ৪২ ঐ |
| ১০। | নীতিপাল বা সাধকনাৰায়ণ | ১৫৯৫ | ১৬৭৩ | ২ বা ৩বছৰ |

২৮। গোঁহাই, প্ৰিয়ব্ৰত– ১৪ নং দ্ৰষ্টব্য।
২৯। গোঁহাই বৰুৱা, পদ্মনাথ "অসম বুৰঞ্জী"—পৃঃ ১৮—১৯।
৩০। Dalton, E. T.—"See No. 9 above."



তেওঁৰ মতে ওপৰোক্ত বংশাৱলীখন অশুদ্ধ ; কিন্তু চুতীয়া সকলৰ ৰাজত্বৰ উত্থান হিচাবে আমি ইয়াক সহজে গ্ৰহণ কৰিব পাৰো। তেওঁৰ ভাষাত ঃ "the chronology have set down is certainly incorrect, but I think we may take it as a near approach to the truth as to the rise of the Chutiya dynasty, but no as to its decline."[৩১]

ওপৰত উল্লেখ কৰা বীৰবৰৰ পাচত তেওঁৰ পুতেকে ওচৰ চুবুৰীয়া জনজাতিবোৰক যুদ্ধত হৰুৱাই 'পৰ্বতৰ ৰজা' নামেৰে উপাধি পাইছিল। তেওঁ ক্ৰমান্বয়ে ভৈয়ামলৈ নামি ভদ্ৰসেন বোলা এজন ৰজাক যুদ্ধত ঘটুৱাই বহুত সা-সম্পত্তি লাভ কৰিছিল। সেই সম্পত্তি জমা কৰি ৰাখিবৰ কাৰণে তেওঁ এটা দূৰ্গ নিৰ্মাণ কৰিছিল। উক্ত দূৰ্গটোৰ নাম ৰত্নপুৰ দিছিল। তাৰ পাচত তেওঁ ৰত্নপাল নামেৰে অভিহিত হয়। তেওঁ পূৰ্বৰ দেশবাসীৰ পৰা দেশখনক ৰক্ষা কৰিবৰ কাৰণে পাহাৰৰ নামনিত এশাৰী দূৰ্গ নিৰ্মান কৰিছিল। তাৰোপৰি ৰত্নধ্বজৰ পুতেক বিজয়ধ্বজলৈ যেতিয়া কমতা ৰাজ্যৰ ৰজাই তেওঁৰ জীয়েকক বিয়া দিবলৈ অমান্তি হয় তেতিয়া তেওঁ কমতাপুৰ আক্ৰমণ কৰিবলৈ সসৈন্যে যাত্ৰা কৰে। তেওঁ যুদ্ধলৈ যাওঁতে আলি এটা বনাই ঠায়ে ঠায়ে দূৰ্গ নিৰ্মান কৰি গৈছিল। সেই কথা গম পাই কমতেশ্বৰে জীয়েকক দিবলৈ মান্তি হয় আৰু মিত্ৰতা স্থাপন কৰে।

ৰত্নধ্বজ পালে তেওঁৰ পুতেক এজনক শিক্ষা লাভৰ কাৰণে গৌৰ দেশত ৰাখিছিল। কিন্তু কিছুদিনৰ পাচত তেওঁ তাতে ঢুকায়। গৌৰেশ্বৰে ৰত্নধ্বজৰ পুতেকৰ শ'টো বাপেকৰ ওচৰলৈ পঠাই দিয়ে। ৰত্নধ্বজে সেই সময়ত এখন নতুন নগৰ সাজি আছিল। তেওঁৰ পুতেকৰ নাম চিৰস্মৰণীয় কৰিবৰ কাৰণে উক্ত নগৰখনৰ নাম পাল শ'দিয়া দিলে। তেতিয়াৰ পৰাই 'শদিয়া' নাম উৎপত্তি হ'ল।

'শদিয়া'ৰ উৎপত্তি সম্বন্ধে এখন অপ্ৰকাশিত পুথিত এনেদৰে পোৱা যায় ঃ—

"মহাৰাজা বাদ্‌চাহ সিটো পশ্চিম দেশৰ।
তাৰ সমে বীৰবাহু ভৈলা সখি বৰ ॥

৩১। Kellner, H. F. D—See No.7 above,

সখিৰ বিবাহক চাইবে পঠাইলা নিমন্ত্রি ।
সমদলে গৈলা তথা লৈয়া পাত্র মন্ত্রী ॥
o o o
অকস্মাতে গ্রহনী ৰোগে আহি কুমাৰৰ ।
শৰীৰ পীড়িলা তাৰ ভৈলা থৰবৰ ॥
আঠদশ দিন থাকি মৰিল কুমাৰ ।
ৰস ঢালি প্ৰৱেশাইলা বাপৰ ওচৰ ॥
পুত্রক দেখিয়া পুনু বিশ্বকেতু ৰাই ।
নানা ভাৱে কান্দিলেক গুণক বৰ্ণাই ॥
সেহি মৃত্যু শৱক দেখোক জেঠা বুলি ।
বিদৰ্ভ নগৰে পঠাই দিলন্ত সমূলি ॥
ভীষ্মক নৃপতি মৰা কুমাৰক দেখি ।
কোলে লয়া কান্দে ৰাজা গুণক অপেক্ষি ॥
দেখিবাৰ পৰে শৱ পঠাইলন্ত দিয়া ।
তাৰ নাম ধৰি বোলে গ্রামক শদিয়া ॥"৩২

× × × ×

ডেল্টন আৰু কেল্‌নাৰৰ পুথি-দ্‌খনৰ লগত ওপৰোক্ত পুথিখনত থকা চুতীয়া ৰজাসকলৰ নাম আৰু ৰাজত্বৰ কালবোৰ অমিল যদিও ঘটনাবোৰ প্ৰায়ে মিলে । এই পুথিৰ মতে বীৰবৰৰ পুতেক স্বৰ্গনাৰায়ণে কিৰাতৰাজ্য জয় কৰাৰ পাচত এখন এখনকৈ দৰঙ্গ, মগধ আৰু দক্ষিণৰ কিছুমান দেশ জয় কৰে । স্বৰ্গনাৰায়ণৰ পাচত ক্ৰমান্বয়ে হংসনাৰায়ণ, নীতিপাল, দেপালক্ষেন, চন্দ্ৰছোট, ভীমৰাম, ভীষ্মক, ৰুক্মবাহু, বীৰবাহু, কুন্তভূজ কুণ্ডিলত ৰজা হয় । কুন্তভূজৰ ভাতৃ কুন্তি সোমাৰ পীঠত ৰজা হয় । এই শেষৰ দ্‌জন ৰজাৰ দিনতে আহোমৰ ৰজা চুহুংফা আৰু চুতুফাৰ লগত যুদ্ধ হয় । যুদ্ধত চুতুফাৰ মৃত্যু হয় আৰু চুহুংফা পলাই যায় । পাচত চুহুংফাই চল কৰি কুন্তি ৰজাৰ জীয়েক ৰম্ভাক বিয়া কৰাই পুনৰ টিংৰাই নৈৰ পাৰত কুন্তিৰজাৰ লগত যুদ্ধ লাগে । যেনে ঃ

"টিংৰাই নামত নদী অতি ছোট নহে ।
তাহাৰ পাৰত সেনা ৰৈল এক দিনে ॥

৩২। গোহাঁই, প্ৰিয়ব্ৰত—১৪নং দ্ৰষ্টব্য ।



বাদ্য কোলাহল কৰি ৰহে চপ কৰে ।
চৰ মুখে বাৰ্ত্তা ৰাজা শুনিলা নগৰে ॥
ৰণ সাজে সাজি আসে তোমাৰ জমাই ।
আবে জানি কিবা কৰা তুমি মহাৰাই ॥"৩৩

এই যুদ্ধত কুন্তি ৰজাৰ পৰাজয় হয় । কেল্‌নাৰৰ মতে ফ্ৰাচেংমুঙে চুতীয়া ৰাজ্য জয় কৰে । ফ্ৰাচেংমুং চুহুংমুং ৰজাৰ বৰগোঁহাই আছিল । ফ্ৰাচেংমুঙৰ আহোম আৰু কছাৰী ৰণত কলিয়াবৰত মৃত্যু হয় । সেইবাবে কেল্‌নাৰে কয় যে ১৫০৩ খৃঃত চ্‌তীয়া ৰাজ্য জয় কৰাটো হবই লাগিব । তেওঁৰ মতে চ্‌তীয়া সকলৰ ৰাজত্বৰ মুঠ দিন হ'ল ২৭৯ বছৰ । "অসম বুৰঞ্জীৰ মতে চ্‌হুংমুং ৰজাইহে চ্‌তীয়া সকলক শেষবাৰৰ কাৰণে পৰাজয় কৰে ।" কেল্‌নাৰৰ 'বংশাৱলীত' ধৰ্মধ্বজপালৰ পুতেক সাধক নাৰায়ণ নাবালক অৱস্থাৰ হেতুকে নীতিপালক যুৱৰাজ পাতে । নীতিপালে সাধনী ৰাণীক লৈ শত্রুৰ হাতত ধৰা নপৰি পৰ্বতৰ ওপৰৰ পৰা কুণ্ডত জাপ দি আত্মহত্যাৰ পথ বাচি লৈছিল । সেইকাৰণে সাধনী ৰাণীক আজিও চ্‌তীয়াসকলে সতী বুলি অভিহিত কৰি বছৰে বছৰে বহাগ মাহত 'সাধনী তিথি' বা 'সাধনী উৎসৱ' পালন কৰি তেওঁক এবাৰ স্মৰণ কৰে । আনহাতে আহোম ৰজাই সাধক নাৰায়ণক নাবালক দেখি বৰ্ত্তমান দৰঙৰ 'চ্‌তীয়া' বোলা ঠাইত ১২ ঘৰ মানুহ দি এখন ৰাজ্য দিয়ে । এই ৰাজ্যৰ চাৰিসীমাৰ এনেদৰে বিৱৰণ পোৱা যায় ঃ ......"the country lying between the Rota North and East, the Dhansiri on the West, Kaliabar Ali on the North and the Brahmaputra on the South". ৩৪

চুতীয়া সম্প্ৰদায়ৰ কোনো কোনো শিক্ষিত লোকে আহোমৰ ৰাজত্বৰ দিনতো বিষয়-বাব গ্ৰহণ কৰোটো অসম বুৰঞ্জীত উদ্ধৃত পোৱা যায় । বুৰঞ্জীবিদ শৰ্মাদেৱৰ ভাষাত ঃ "আহোমৰ হাতত চ্‌তীয়াৰ পৰাজয় হল সঁচা, চুতীয়াৰ সভ্যতা সংস্কৃতি সকলো চিৰজীৱি হৈয়ে থাকিল । চুতীয়াৰ সৌন্দৰ্যবোধ, শিল্প কলা, ধৰ্মানুশীলন সকলো আহোম ৰাজ্যত জাতিধৰ্ম নিৰ্বিশেষে সোমাই পৰিল । চুতীয়াৰ পৰা যি হেজাৰ

৩৩। গোহাঁই, প্ৰিয়ব্ৰত—১৪ নং দ্ৰষ্টব্য ।

৩৪। Kellner, HFD—See No. 9 above

বন্দুক আনিছিল তাৰ ভিতৰত মিঠাহোলোং বোলা বৰতোপ টোৱেই সৰ্বোৎকৃষ্ট আছিল। তোপটোৰ ওপৰখন পিতলৰ পানীচৰোৱা, তাতে মিনা-কৰাই সোন বাখৰ খাজি দিয়া আছিল। চুতীয়াৰ পৰা অনা তোপ, খাৰ-বাৰুদ দেখিয়েই সম্ভৱতঃ মীৰজুমলাৰ লগত অহা জন বেপটিষ্ট টেৱাৰ্নীয়েৰে অসমতে পোন প্ৰথমেই খাৰ কৰা তৈয়াৰ হৈছিল বুলি কৈছিল। সুদীৰ্ঘ আহোম ৰাজত্বৰ কালছোৱাত ষিকেইজন বচা বচা বৰফুকন কাজলীমুখ কলিয়াবৰত থোৱা হৈছিল তাৰ ১২ জন বৰফুকনেই চুতীয়া কুলৰ পৰা নিয়া।"[৩৫]

আগতে উল্লেখ কৰা মতে সোমাৰপীঠত কুন্তি ৰজাৰ ৰাজ্য পতন হোৱাৰ পাচত ষোল পুৰুষলৈকে চুতীয়া ৰজাৰ বংশধৰসকলে ৰাজ্য প্ৰতিষ্ঠা কৰিব পৰা নাছিল। অৱশ্যে কুন্তি ৰজা অপুত্ৰক আছিল। গতিকে বিদৰ্ভত শাসন কৰা কুন্তি ৰজাৰ ককায়েক কুন্তভূজৰ বংশধৰ-সকলৰ নাম পুৰুষানুক্ৰমে তলত দিয়া হ'ল।

বীৰবৰ ( ১০৯১-১১১৬ ), সৰ্গনাৰায়ণ ( ১১১৬-১১৪৪ ), শঙ্খনাৰায়ণ ( ১১৪৪-১১৬৯ ), নীতিপাল ( ১১৬৯-১১৯৪ ), অনিতিপাল ( পখিধৰ ) ( ১১৯৪-১২১৯ ), দেপালসেন ( ১২১৯-১২৪৪ ), চন্দ্ৰচূত ( ১২৪৪-১২৬৯ ), ভীম ( ১২৬৯-১২৯৪ ), ভীষ্মক ( ১২৯৪-১৩১৯ ), ৰুক্মবাহু ( ১৩১৯-১৩৪৪ ), বীৰবাহু ( ১৩৪৪-১৩৬৯ ), কুন্তভূজ ( কুন্তি ) ( ১৩৬৯-১৩৯৪ ), বীৰসেন ( ১৩৯৪-১৪১৯ ), মাধৱসেন ( ১৪১৯-১৪৪৪ ), মধু ( ১৪৪৪-১৪৬৯ ), হৰিদাস ( ১৪৬৯-১৪৯৪ ), ৰিতিবিজ ( ১৪৯৪-১৫১৯ ), সম্ভু ( ১৫১৯-১৫৪৪ ), জয়মালি ( ১৫৪৪-১৫৬৯ ), অহিবৰ ( ১৫৬৯-১৫৯৪ ), খিকবৰ ( ১৫৯৪-১৬১৯ ), ৰাতিবৰ ( ১৬১৯-১৬৪৪ ), সিন্ধু ( ১৬৪৪-১৬৬৯ ), মৃত্যুঞ্জয় ( ১৬৬৯-১৬৯৪ ), মতিমান ( ১৬৯৪-১৭১৯ ), মধুপুৰি ( ১৭১৯-১৭৪৪ ), মধুৰি (১৭৪৪-১৭৬৯ ), মৰুতমন্দন ( ১৭৬৯-১৭৯৪ ), সৰ্বানন্দ সিংহ বা মেজেৰা ( ১৭৯৪-১৮০৫), মাটিবৰ ( ১৮০৫-১৮৩৯ ) আৰু ভগিৰথ ( ১৮৩৯-১৮৪২ চন )।

ষোল পুৰুষৰ পাচত বিদৰ্ভৰাজ্যৰ ৰজা কুন্তভূজৰ পোনপতীয়া বংশধৰ সৰ্বানন্দ সিংহই ১৭৯৪ খৃঃ ত পূৰ্বৰ কুন্তি ৰজাৰ ৰাজ্যৰ সোমাৰ-পীঠৰ ওচৰত পুনৰ মটৰ্ক ৰাজ্য নামেৰে এখন ৰাজ্য ( চুতীয়া ) স্থাপন কৰে। তেওঁ এঘাৰ বছৰ ৰাজত্ব কৰে। তেওঁৰ ৰাজত্ব কালত

৩৫। শৰ্মা, বেনুধৰ—২ নং দ্ৰষ্টব্য।



গৌৰীনাথ সিংহৰ ৰাজধানী অৱৰোধ কৰাটো এটা উল্লেখযোগ্য ঘটনা আছিল। গৌৰীনাথ সিংহই ৰাজধানী এৰি গুৱাহাটীলৈ যোৱা আৰু তেওঁ প্ৰধানমন্ত্ৰী পূৰ্ণানন্দ বুঢ়া গোঁহাইক শাসনৰ ভাৰ দিয়াৰ ঘটনা অসমৰ পদ্য বুৰঞ্জীত উলেখ আছে।[৩৬] সৰ্বানন্দ সিংহই যুদ্ধত ব্যৱহাৰ কৰা তোপবোৰৰ নাম এনেদৰে পোৱা যায়ঃ

× × ×

"এহিবুলি মহাৰাজে আদেশ কৰিলা।
তাহান বচনে তোপ নিসন্ধি পাতিল ॥
কাচাখাতী, বৰদুৱা, গঠিয়া, যুমুৰি।
মিঠাহুলং, লফামুৰি, পলঙি, টুবুকি ॥
জহাল, কাহাত, নাল, ভকলি, বেঙাই।
এহি সৱ আদি কৰি পাতিলন্ত যাই ॥"[৩৭]

× × ×

সৰ্বানন্দ সিংহই বৰ্তমান তিনিচুকীয়াৰ ওচৰত যি বেংমৰা নগৰ প্ৰতিষ্ঠা কৰিছিল, তাৰ বৰ্ণনা তলত দিয়া হ'লঃ

"সাজিয়া নগৰ বিচিত্ৰ সুন্দৰ
চতুৰ্পাশে মাৰি গড়।
বহল খাহই খানি ঠাই ঠাই
উচিত গড় বিস্তৰ ॥
দেখি সুশোভন খালযে গহন
মস্য কুৰ্ম লৈলা বাস।
তাহান ভিতৰে আছে সবে ঘৰ
পৰ্বত যেন প্ৰকাশ ॥
কাৰেং চাৰেং চৰা মেল ঘৰ
দেখি অতি শাৰী শাৰী।
ভাণ্ডাৰ অনেক আছয় প্ৰত্যেক
সবে পূৰ্ণৰূপে ভৰি ॥

× × ×

সৰ্বানন্দ সিংহৰ পাছত পুতেক মাটিবৰ সেনাপতিয়ে (১৮০৫-১৮৩৯) খৃঃত ৰাজ সিংহাসনত বহে। ৰবীনচনৰ মতে মাটিবৰ সেনাপতিয়ে

৩৬। ভূঞা, ডঃ সূৰ্যকুমাৰ—"অসমৰ পদ্য বুৰঞ্জী" পৃঃ ১০০-১০৮।
৩৭। গোহাঁই, প্ৰিয়ব্ৰত—১৪ নং দ্ৰষ্টব্য

প্ৰায় ৮০ বছৰ ৰাজত্ব কৰে । ৩৮ তেওঁ মান আৰু চিংফৌৰ আক্ৰমণৰ পৰা প্ৰজাসকলক ৰক্ষা কৰাত কৃতকাৰ্য হৈছিল । মাটিবৰ সেনাপতিয়ে তেওঁৰ মাজু পুতেক ভগীৰথ সেনাপতি বা মাজুগোহাঁইক শাসন চলাবৰ বাবে ১৮৩৯ চনত ভাৰ দিয়ে । "তেওঁৰ দিনতে ১৮৪২ চনত মটক ৰাজ্য The term Moran, Matak and Moāmoriā are often used discriminately, but they are in reality quite distinct. Moran is the name of a tribe and Moāmoriā that of a sect, while Matak refers to the country once ruled by the Barsenapati. When the Singphos began to raid, they found the people of this tract, better able to defend themselves, than those residing under the decayed power of the Ahoms, and so called them Matak—strong as distinguished from the Mulong or weak subject of the Ahoms. The Barsenapati was a Chutiya by tribe. (Gait : 1867 : Foot Note : P. 195). বৃটিছৰ শাসনলৈ হস্তান্তৰ হয়" । ৩৯

এই বুৰঞ্জী প্ৰসিদ্ধ চুতীয়া সম্প্ৰদায়টো আগতে উল্লেখ কৰা মতে নানা ঠাল-ঠেঙুলি মেলি অসমৰ বিভিন্ন ঠাইত বৰ্ত্তমান বাস কৰা পোৱা যায় । উক্ত ঠাল কেইটাৰ ভিতৰত কেৱল দেউৰীচুতীয়া সম্প্ৰদায়টোৱেহে চুতীয়াৰ পুৰণি ভাষা, কৃষ্টি, সভ্যতা জীৱিত কৰি ৰাখিছে । সেই গতিকে, তেওঁলোকৰ সামাজিক ৰীতি-নীতিৰ কেইটিমান দিশ পৰৱৰ্ত্তী অধ্যায়ত আলোচনা কৰা হ'ল ।

---

৩৮। Robinson—"A descriptive accounts of Assam".
৩৯। Gait, E.A.—'History of Assam' P 361-362.

×○×

# তৃতীয় অধ্যায়

## সামাজিক জীৱনৰ কেইটিমান দিশ

**গাঁৱৰ বিৱৰণ** :—দেউৰীচুতীয়া সকলে প্ৰায়ে নৈৰ কাষে কাষে শাৰী শাৰীকৈ শৃঙ্খলাবদ্ধ প্ৰণালীৰে চাংঘৰ সাজি গাওঁ পাতি বসবাস কৰে । মুকলি জলবায়ু, মাছ-পুঠি, খড়ি-কাঠ, বাহ-বেত, খেৰ ইত্যাদিৰ সুবিধাৰ কাৰণে তেওঁলোকে নৈৰ কাষৰত থাকিবলৈ লয় । তাৰোপৰি, তেওঁলোকৰ দৈনন্দিন জীৱনৰ কিছুমান কাম যেনে গাধোৱা, কাপোৰ কানি পৰিষ্কাৰ কৰা, শৌচ-প্ৰস্ৰাৱ কৰা সকলোবোৰ কামেই সহজ সাধ্য হৈ পৰে । মিৰিচুতীয়া সকলেও তেওঁলোকৰ দৰে নৈৰ পাৰে পাৰে জীৱন নিৰ্বাহ কৰে । কিন্তু চুতীয়াৰ বাকী কেইটা ঠালৰ মানুহে খেতিৰ উপযোগী যেই কোনো ওখ ঠাইতে বসতি স্থাপন কৰে ।

দেউৰীচুতীয়াৰ ঘৰবোৰ দীঘলকৈ পূৱা পশ্চিমীয়াকৈ আৰু উত্তৰ দক্ষিণমুৱাকৈ সাজে । দিবঙীয়া আৰু বৰগঞা সকলে তেওঁলোকৰ চাংঘৰ বোৰ পূৱ পশ্চিম আৰু টেঙাপনীয়া সকলে উত্তৰ দক্ষিণমুৱাকৈ সাজে । আগফালৰ দুৱাৰখন পূৱ বেৰৰ মধ্য অংশৰ পৰা অলপ দক্ষিণফালে লয় । তেওঁলোকে পুৱা শুই উঠিয়ে প্ৰথমতে সূৰ্য দেৱতাক দৰ্শন লাভ কৰা উদ্দেশ্যেৰে এনেকৈ দুৱাৰ লয় । কাৰণ সূৰ্য্য আৰু চন্দ্ৰ দেৱতাক (চাঁয়া মিদি) তেওঁলোকে সমাজৰ হিতৰ কাৰণে পূজা অৰ্চ্চনা কৰে । আন এটি উদ্দেশ্য হ'ল এয়ে যে তেওঁলোকৰ গাঁৱৰ দেওশালখন সদায় গাঁৱৰ পৰা উজনিত অৰ্থাৎ পূৱফালে থাকে । দেউৰীচুতীয়াৰ জাতীয় জীৱনত দেওশাল খনৰ সদায়ে প্ৰয়োজন আৰু জাতিৰ মেৰুদণ্ড স্বৰূপ । সকলোৱে ভয় আৰু অগাধ ভক্তি কৰি চলে ।

প্ৰত্যেক ঘৰতে সন্মুখৰ দুৱাৰখনৰ পৰা পাক ঘৰলৈকে দীঘে দীঘে এটি দীঘলীয়া বাট থয় । ইয়াৰ পৰা প্ৰত্যেক কোঠালৈ সোমাব পৰাকৈ বাট আছে । কোঠাবোৰত দুৱাৰ নাই । ই এটা বিশেষত্ব । এই দুৱাৰ নোহোৱা কোঠাৰ কাৰণে বোধকৰো ব্ৰাউনে ভুল কৰি

তেওঁলোকে একেটা ডাঙৰ কোঠাতে থাকে বুলি কৈছে। ব্ৰাউনৰ কথাখিনি উদ্ধৃত কৰি দিয়া হ'ল। "A Deuri-Chutiya village consists of some thirty houses, built on bamboo platforms raised about five feet from the ground. A single house will often contain a family of forty persons, living in one great room without any compartment." ব্ৰাউনৰ ওপৰোক্ত কথাখিনি এন্দেলেও তেওঁৰ "The Kacharis" বোলা কিতাপত সন্নিবিষ্ট কৰিছে। তেওঁলোকে উভয়ে উক্ত কথাখিনি ১৮৮১ খৃঃৰ চেঞ্চাচ্ ৰিপোৰ্টৰ পৰা ধাৰ কৰি অনাৰ প্ৰমাণ পোৱা যায়। যুগ পৰিৱৰ্ত্তনৰ লগে লগে তেওঁলোকৰ ঘৰ নিৰ্মাণ কৰা পদ্ধতিবোৰো সলনি হৰ ধৰিছে। তেওঁলোকৰ শিক্ষিত আৰু ধনী শ্ৰেণীৰ লোকে আজিকালি আধুনিক ধৰণেৰে চাং বঙলা সাজি দুৱাৰ-খিৰিকি লগাই থাকিবলৈ লৈছে।

ঘৰৰ সন্মুখৰ খোলা আহল-বহল মিচংখনত আলহী অতিথিক সোধ-পোচ কৰা হয়। ঘৰৰ মানুহে তাত বহি বাঁহ, বেত, কাঠৰ কাম কৰে। কেতিয়াবা 'মদ বকা' সকামো কৰে। তাতোকৈ লাগতিয়াল কথা হ'ল—গাঁৱৰ ডেকা লৰাই শোৱাচাং (ডেকাচাং) হিচাবে ব্যৱহাৰ কৰে। অৱশ্যে, যিবোৰ গাঁৱত এলেংঘৰ বা ডেকাচাং আছে, ডেকা-সকলে তাতেই ডেকাজীৱন কটায়। এলেংঘৰৰ ডেকাসকলে তেওঁলোকৰ অগ্ৰজ সকলৰ পৰা প্ৰতিৰক্ষা, গাঁৱৰ উন্নতিৰ অৰ্থে মাৰ বান্ধি কাম কৰা ইত্যাদিৰ বিষয়ে নীতি শিক্ষা গ্ৰহণ কৰে। মিচঙৰ দক্ষিণফালে আৰু এখন সৰুচাং (জি মিচং) থাকে। সেইখন তিৰুতা সকলে ধান চাউল, পানী, খড়ি-কাঠ, আদি থৰৰ বাবে ব্যৱহাৰ কৰে। আলহীক গা, ভৰিহাত ধুবলৈ এই জি মিচঙতে দিয়ে। তাৰোপৰি কোনো কোনো লোকৰ পাক ঘৰৰ ওচৰত দক্ষিণফালে ৰান্ধনীসকলৰ সুবিধাৰ কাৰণে এখন দুৱাৰ আৰু এখন চাং থাকে।

**ঘৰৰ কোঠালি লোৱা নিয়ম** ঃ—তেওঁলোকে বয়সানুসাৰে কোঠালি লয়। যদি নূন্যতম পৰিয়াল হয় তেতিয়া মাক দেউতাক আৰু অবিবাহিত লৰাছোৱালীৰ সৈতে প্ৰথমটো কোঠা শুবলৈ লয় আৰু দ্বিতীয়টো কোঠা পাকঘৰ হিচাবে (নিয়ামা আচঁ) ব্যৱহাৰ কৰে। আকৌ পৰিয়ালটো যদি সংযুক্ত পৰিয়াল হয় তেতিয়া



ডাঙৰ পুতেকে দীঘল ঘৰটোৰ সন্মুখৰ প্ৰথম কোঠালিটো পায়। তাৰ পাচত ক্ৰমান্বয়ে বয়সানুসাৰে কোঠাবোৰ লয়। সাধাৰণতে পাকঘৰৰ কাষৰ কোঠাটো বুঢ়াবুঢীয়ে (গিৰাগিৰচী) লয়। এই কোঠাটোৰ নাম গিৰাগিৰচীয় বা দেমাচী কোঠালি বোলে। ইয়াত এখনি জুইশাল (টিপাইশাল) থাকে। ইয়াৰ চাৰিও কাষে ঘৰৰ মানুহ বিলাকে ভাতপানী, মদ (চুজেঁ) খোৱা বোৱা কৰে। তিৰুতা সকলে পাক ঘৰত ৰান্ধে-বাঢ়ে আৰু খায়। ডেকা লৰাই দুয়ো ঠাইতে খাব পাৰে। ভাইবোৱাৰী সকলে পাক ঘৰৰ কামত ব্যস্ত থকা বাবে বৰজনাক সকলে তাত নোসোমায়। বৰজনাকে ভাই-বোৱাৰীৰ ওচৰ নাচাপে। এই বিষয়ে পাচত বহলাই লিখা হৈছে। লৰাবোৰ ডাঙৰ হোৱাৰ লগে লগে গাঁৱৰ মিচঙত নাইবা ডেকাচাঙত শোৱেগৈ। পুৱা পুনৰ ঘৰলৈ আহে আৰু নিজৰ নিজৰ কামকাজত লাগে। তেওঁলোকৰ সমাজত জীয়াৰী চাং নাই। গাভৰু সকলে নিজৰ নিজৰ ঘৰত বেলেগ এটা কোঠাত শোৱে। ইয়াৰ নাম জীয়াৰী কোঠালি বুলি জনাজাত।

আজিকালি লৰাবিলাকৰ পঢ়াশুনা সুবিধাৰ কাৰণে সমৰ্থবান লোকে ঘৰৰ সন্মুখৰ ফালে বেলেগকৈ এটা সৰু ঘৰ বনাই দিছে। কিছুমান লোকে আকৌ ঘৰৰ ভিতৰতে কোঠা এটাত পঢ়াশুনা আৰু শোৱাৰ বাবে ব্যৱস্থা কৰি দিছে। বিশেষকৈ বৰগঞা সমাজত এনে ব্যৱস্থা পৰিলক্ষিত হয়। টেঙাপনীয়া খেলৰ সমাজত গোত্ৰ-অনুসৰি ঘৰৰ প্ৰথম কোঠালিটো সুবেচনী বা সুবচনী কোঠা বোলে। সুবেচনী হ'ল ঘৰৰ দেৱতা।

এইখিনিতে এটা কথা উল্লেখ কৰি থোৱা ভাল হব যে আমাৰ বহুতৰে যিটো "মিৰি-দেউৰী এক" বুলি ধাৰণা আছে সেইয়া ভুল। পৰমপৰাগত মিৰি (মিচিং) ঘৰটোৰ ভিতৰত দেউৰীচুতীয়া সকলৰ দৰে কোঠালি নাই। তেওঁলোকৰ ঘৰৰ পাচফালে এখন দুৱাৰ থাকে। কিন্তু দেউৰীচুতীয়া সকলৰ তেনে দুৱাৰ নাই। ইয়াৰ ওপৰিও মিচিং সকলে ধান বানিবৰ কাৰণে উড়াল ব্যৱহাৰ কৰে। দেউৰীচুতীয়া সকলৰ সমাজত ঢেকি আৱহমান কালৰ পৰা চলি-আহিছে। পৰমপৰাগত মিচিং সমাজৰ ঘৰটোৰ পশ্চিমে বা পাচফালে এখন দুৱাৰ আছে। দেউৰীচুতীয়া সমাজত তেনে দুৱাৰ নাই। সামাজিক নীতি নিয়মৰ ফালৰ পৰাও তেওঁলোক দুটা সম্পূৰ্ণ বেলেগ সম্প্ৰদায়।

মানুহে বাস কৰা ঘৰটোৰ বাহিৰেও দেউৰীচুতীয়া পৰিয়ালৰ সংসাৰত আৰু কেইটিমান লাগতিয়াল ঘৰ যেনে ভড়ালঘৰ, তাঁতশাল, ঢেকি ঘৰ, গোহালি ঘৰ, ছাগলি, গাহৰি, কুকুৰা গড়াল আদি পোৱা যায়। ভড়াল ঘৰটো সদায় ঘৰৰ পৰা অলপ আঁতৰত লয়। কাৰণ ইয়াত লক্ষ্মীদেৱী (মিনুচী) বাস কৰে। গতিকে পৱিত্ৰ ঠাইত ইয়াক সজা হয়। তাঁতশালখন দেউৰীচুতীয়া মহিলাসকলৰ বাবে অতি আৱশ্যক। শিপিনীসকলে কাপোৰ-কানি নিজে বৈ লোৱাৰ বাহিৰেও পুৰুষসকলকো যোগায়। তেওঁলোকে বৈ দিয়া বগা ধুতি, বগা চেলেংখনহে পূজাৰী বিষয়া, দেওধাই সকলৰ পূজা পাতলৰ সময়ত ব্যৱহাৰ হয়। বজাৰৰ কাপোৰ অপৱিত্ৰ বুলি মাঙ্গলিক অনুষ্ঠানত ব্যৱহাৰ নকৰে। বহাগীয় বিচু উৎসৱত ৰঙীন ফুলাম গামোছা, ধুতি, মেখেলা-চাদৰ ডেকা-জীয়াৰীৰ অতি মূল্যবান সম্পত্তি। সেয়া নহলে তেওঁলোকৰ বিহু নপকে।

তেওঁলোকৰ প্ৰায়বিলাক গাঁৱতে একোখনকৈ নিম্ন প্ৰাইমাৰী স্কুল ঘৰ আছে। অসমীয়া ভাষা মাধ্যমেৰে তেওঁলোকে শিক্ষা লাভ কৰি অসমীয়া ভাষা-সংস্কৃতিৰ ভড়াল চহকী কৰাত সহায় কৰিছে। কিছুমান গাঁৱত যুৱকসকলে পুথিভড়াল, ক্লাবঘৰ আদি সমূহীয়া অনুষ্ঠান গঢ়ি তুলি সমাজৰ উপকাৰ কৰাত সহায় কৰিছে। আজিকালি গাঁৱৰ কোনো কোনো লোকে দোকান-পোহাৰ, বেপাৰ-বাণিজ্য কৰা দেখা যায়। প্ৰায়বিলাক গাঁৱতে ইঘৰৰ পৰা সিঘৰলৈ আৰু ই চুবুৰিৰ পৰা সি চুবুৰিলৈ যাবৰ বাবে পথ আছে। গাঁৱৰ পৰা বহুত দূৰলৈকে বিস্তৃত হৈ থকা তেওঁলোকৰ ধাননি পথাৰখন দেখিলে মন আনন্দত উৎফুল্ল হৈ উঠে। সাধাৰণতে গাঁৱৰ পৰা পশ্চিমফালে ৰাজহুৱা শ্মশানশালিখন থাকে।

দেউৰীচুতীয়াসকলৰ গাঁৱৰ এটা বিশেষত্ব হ'ল এয়ে যে তাত বাস কৰা প্ৰত্যেকজন লোকেই এজনে আন এজনৰ লগত বা এটা পৰিয়ালে আনটো পৰিয়ালৰ লগত এখন জালৰ দৰে সম্বন্ধৰ এনাজৰীৰে বান্ধ খোৱা। সমাজৰ যিবোৰ ধৰা-বন্ধা নীতি-নিয়ম সেইবোৰ পালন কৰাটো তেওঁলোকৰ প্ৰত্যেকজন লোকৰে কৰ্ত্তব্য। তেওঁলোকৰ সামাজিক জীৱনৰ মূল নীতিবোৰ গাওঁবাসীসকলৰ মাজত আৱহমান কালৰ পৰা বংশানুক্ৰমে চলি আহিছে। আজিৰ দিনত তেওঁলোকৰ সমাজত প্ৰচলিত বিয়াৰ তাৎপৰ্য্য ক'ত সেই সম্বন্ধে প্ৰথমতে তলত আলোচনা কৰা হ'ল।



**বিয়া আৰু তাৰ নীতি-নিয়ম**—তেওঁলোকৰ জীৱন-দৰ্শন মতে সামাজিক নীতি-নিয়মৰ মাজেদি অনুষ্ঠিত হোৱা এজন পুৰুষ আৰু এগৰাকী প্ৰকৃতিৰ শুভ-মিলনেই হ'ল– বিয়া (চ্ছঁয়)। বিয়াৰ উদ্দেশ্য হ'ল মহান—। তেওঁলোকৰ সমাজত "পুত্ৰ হব পিণ্ডলৈ আৰু জী হব দানলৈ" বুলি যি এষাৰ কথা আছে তাৰ দ্বাৰাই তেওঁলোকৰ বিয়াখনৰ প্ৰকৃত ৰূপ ওলাই পৰে। বিয়াৰ পাচতে এহাল নৱ-দম্পতীয়ে এটি পুত্ৰ সন্তান আশা কৰে। কাৰণ, তেওঁলোকৰ সমাজত পুত্ৰই পিণ্ডদান কৰে। সেইদৰে তেওঁলোকে কন্যাদানৰ অৰ্থে এজনী 'জী' লাভৰ বাবে পৰম ইচ্ছা প্ৰকাশ কৰে। বিয়াখনৰ লগত অৰ্থনৈতিক দিশটোও জড়িত আছে। এঘৰ মানুহৰ যিমানে লৰা-ছোৱালীৰ জন্মৰ সংখ্যা বাঢ়ে সিমানে ঘৰৰ আৰু খেতি পথাৰৰ কামত সহায়ক হৈ পৰে। তাৰোপৰি অবিবাহিত আৰু সন্তান নথকা লোক সকলৰ সমাজত স্থান নাই।

দেউৰীচুতীয়া সমাজত বিয়াৰ সম্পৰ্কে কিছুমান ধৰা-বন্ধা নীতি নিয়ম আছে। তেওঁলোক হল--অন্তৰ্বিবাহ সামাজিক গোট সম্পন্ন লোক। অৰ্থাৎ নিজৰ জ্ঞাতিৰ ভিতৰতহে বিয়া পতা নিয়ম। দিবঙীয়া, বৰগঞা আৰু টেঙাপনীয়া তিনিও খেলৰ মানুহে নিজৰ নিজৰ খেলৰ মাজত বিয়াবাৰু কৰাৰ বাহিৰেও ই খেলে সি খেলৰ পৰা অনা-নিয়া কৰে। তেওঁলোকে নিজৰ সম্প্ৰদায়ৰ বাহিৰে আনৰ লগত সৰ্বসাধাৰণতে বিয়া নাপাতে। যদি কোনোবাই সমাজৰ এই নীতি উলঙ্ঘা কৰে তেতিয়া তেওঁক উচিত মতে গাঁৱৰ ৰাইজে দণ্ড বিহে। আনকি হিন্দু চুতীয়া, আহোম চুতীয়া সকলৰ পৰা কোনোবা ডেকাই ছোৱালী আনিলেও তেওঁক সমাজত তুলি লোৱা নিয়ম আছে। মিচিং সমাজৰ লগত পূৰ্বৰ পৰা বিয়া-বাৰু সম্বন্ধ স্থাপন নকৰে। যদিওবা কোনোবা এজন ডেকাই বাধ্যত পৰি মিচিং ছোৱালী পলুৱাই আনিছে তেওঁলোকক উচিত মতে উদ্ধাৰ পৰাচিত কৰিহে সমাজে গ্ৰহণ কৰিছে।

তেওঁলোকৰ সমাজত প্ৰধানকৈ অগ্ৰগণ্য বিবাহ প্ৰচলিত আছে। তেওঁলোকে মোমায়েকৰ সম্বন্ধীয় ভায়েক বা ককায়েকৰ ছোৱালীকহে

বেচি পচন্দ কৰে। সেই বুলি নিজৰ মোমায়েকৰ ছোৱালীক বিয়া কৰাব নাপায়। দৰাৰ ফালৰ পৰা কন্যাজনী মোমায়েকৰ ছোৱালী হব আৰু কন্যাৰ ফালৰ পৰা দৰাটো বাপেকৰ ভনীয়েক বা বায়েকৰ লৰা হব।

দেউৰীচুতীয়া সমাজত ভনী সলনা-সলনি বিবাহ প্ৰচলিত আছে। দিবঙীয়া খেলৰ গাঁৱত এনে বিবাহ বুঢ়া চামৰ মানুহৰ মাজত পোৱা যায়। তেওঁলোকে অনা ঘৰৰ পৰা ছোৱালী আনি থাকিব পাৰে। ককায়েকৰ খুলশালীয়েকক বিয়া কৰিব পাৰে। তেওঁলোকৰ সমাজত একপত্নী বিবাহ নীতি যদিও ধনী মানি মানুহৰ দুই চাৰিয়ে দুগৰাকী পত্নী বিয়া কৰোৱাও পোৱা যায়। কোনো এজন ডেকা বা এজনী গাভৰুৰ বিয়া পাতিবলৈ হলে বিশেষকৈ নিজৰ গোত্ৰ আৰু ম'ইটি বা সমাজাৰ্ধ (প'জা) বাদ দিয়ে। বিয়া পাতিব পৰা গোত্ৰ আৰু দ্বিতীয় ম'ইটিৰ পৰাহে ছোৱালী বিয়া কৰে। এই নীতি কোনোবাই ভঙ্গ কৰিলে লৰা-ছোৱালী উভয়কে দেওশালত উদ্ধাৰ পৰাচিত কৰি উচিত দণ্ড বিহি পাচত দুয়োকো একৰাই দিয়ে। এনে পাপ কৰ্মৰ বাবে জগৰীয়া লৰাই বহুত জৰীমনা ভৰিব লগা হয়। পাপী লোকে ভৱিষ্যত জীৱনত দেওশালৰ বা গাঁৱৰ পূজাৰী বিষয়া হব নোৱাৰে।

**বিয়াৰ প্ৰকাৰ**—বিয়া কেবা প্ৰকাৰৰো আছে যেনে—বৰ বিয়া, মাজু বিয়া, সৰু বিয়া, ভকতৰুপীয়া বিয়া, পলুৱাই অনা বা চুৰ কৰি অনা বিয়া ইত্যাদি। সাধাৰণতে তেওঁলোকৰ সমাজত প্ৰচলিত থকা বিয়াৰ প্ৰকাৰবোৰ বহলকৈ দুভাগত বিভক্ত কৰিব পৰা যায়।—যেনে খোজা বঢ়া বা বন্দোবস্ত কৰি অনা বিয়া আৰু পলুৱাই বা চুৰ কৰি অনা বিয়া। বৰ বিয়া, মাজু বিয়া আৰু সৰু বিয়াৰ নীতি নিয়মবোৰ প্ৰায়ে একে। মাত্ৰ খৰচৰ তাৰতম্য আছে। বৰ বিয়াৰ আধা মাজু বিয়াত আৰু মাজু বিয়াৰ অৰ্ধেক সৰু বিয়াত খৰচ কৰা হয়। ভকতৰুপীয়া বিয়াত সবাতোকৈ কম খৰচ হয়।

বন্দোবস্ত বিয়াত দৰা পক্ষই আগভাগলৈ কন্যা খোজা বঢ়া কৰে। দৰা আৰু কন্যা উভয় পক্ষই সন্মতি সাপেক্ষে বিয়াৰ দিন থিৰ কৰে। বিয়াৰ আগদিনাখন দৰা আৰু কন্যা ঘৰে পূৰ্বপুৰুষৰ পূজা (মিম হাৰেৰুবা) কৰে। এনে সকামৰ দ্বাৰা উপৰি পুৰুষ সকলৰ পৰা সৰ্ব-



মঙ্গলৰ বাবে আশীৰ্বাদ বিচৰা হয়। সকামত নানা খোৱা বস্তু যেনে ভাতপানী, মদ, মাংস, মাছৰ আঞ্জা ইত্যাদি মৃতলোক সকলৰ নামত ভাগ ভাগ কৰি ঘৰৰ পাচফালে গৃহস্থ আৰু দেওধাই দুয়ো লগ লাগি অৰ্পণ কৰে। মৃতক সকলক দিয়া প্ৰসাদবোৰ খাব নাপায়—। খালে অপকাৰ হয় বুলি বিশ্বাস কৰে। বাকী অংশ অৰ্থাৎ যিখিনি ৰাইজৰ বাবে আচুতীয়াকৈ বন্ধা হয় সেইখিনিহে গাঁৱৰ জ্ঞাতিয়ে ভোজভাত হিচাবে গ্ৰহণ কৰে।

কন্যাই তেওঁৰ সখীয়েক সকলৰ সৈতে বিয়াৰ আগদিনা গা-ধুই শুচি হৈ পৱিত্ৰ মনেৰে দেওশাললৈ গৈ সেৱা জনায়। বৰদেউৰীয়ে কন্যাৰ ভৱিষ্যত জীৱন সুখময় হবৰ কাৰণে দেৱ-দেৱী সকলক তুতি-মিনতি কৰে। দৰায়ো সেইদিনা বা বিয়াৰ দিনা পুৱা দেৱ-দেৱী মন্দিৰলৈ গৈ প্ৰাৰ্থনা জনাই পূজাৰীৰ পৰা আশীৰ্বাদ গ্ৰহণ কৰে। দেৱ-দেৱী সকলক প্ৰাৰ্থনা নকৰিলে বিয়াৰ দিনা ক'ৰবাত অপায় অমঙ্গল হয় বুলি জনবিশ্বাস আছে।

বিয়াৰ দিনা পুৱা দৰা-কন্যাক গাঁৱৰ ডেকা-জীয়াৰী আৰু তিৰুতা সকলে নোওৱা-ধুওৱা কৰে। তাৰ পাচত পাঠৰিয়া, চাকিয়া, কাকতি, দৰাৰ সখিয়েক, বন্ধু-বান্ধৱ, গাঁৱৰ ৰাইজৰ দ্বাৰা গঠিত দৰাৰ দলে কন্যা ঘৰত উপস্থিত হয়গৈ। 'চুৰি' বা মেৰখোৰোঙত বাকলি থকা মাছ, মদ, তামোল পানৰ শৰাই, টকা পয়চা ইত্যাদি ভৰাই লৈ যোৱাটো নিয়ম।

দৰা ঘৰৰ মানুহে কন্যা ঘৰৰ পদূলি মুখ পাওঁতে কন্যা ঘৰীয়াই আদৰণি জনায়। তেওঁলোকক সুবিধা অনুযায়ী কন্যা ঘৰৰ মিচঙত বা চোতালৰ ৰভাতলীত বহিবলৈ দিয়ে। দৰা ঘৰৰ পাঠৰিয়া আৰু চাকি-য়াই ৰাইজক, কন্যাৰ পিতৃ-মাতৃক, ডেকা-গাভৰুক শৰাই আগবঢ়াই সন্মান প্ৰদৰ্শন কৰে। কন্যাক তেওঁৰ সখিয়েক সকলৰ সৈতে সমাজত দৰাৰ বাওঁফালে বহুওৱা হয়। কন্যাৰ যাৱতীয় বয়বস্তুবোৰ সমাজৰ আগত থোৱা হয়। আত্মীয় কুটুম্বে কন্যাৰ বয়বস্তু, টকা পয়চা উচৰ্গা কৰে। কন্যাদাতাই কন্যাক পুৰোহিত আৰু ৰাইজৰ আগত সম্প্ৰদান কৰোতে এইদৰে কয়ঃ "আজি আমাৰ কন্যাক গোত্ৰ চিঙি আপোনা-লোকৰ দৰাৰ গোত্ৰলৈ উঠাই দিছো। তেওঁ আমাৰ তাত ভৱিষ্যতে পিণ্ড নাপাব। আপোনালোকে তেওঁক গ্ৰহণ কৰি দৰাৰ কুললৈ উঠাই

লওক।" তাৰ উত্তৰত দৰাৰ পক্ষই কয় ঃ "আজি আমি আপোনালোকৰ কন্যাক দৰাৰ পক্ষৰ গোত্ৰলৈ উঠাই লৈছো। তেওঁ ভৱিষ্যতত দৰা ঘৰৰ ধন সম্পত্তিৰ আৰু পিণ্ড আদিৰ স্বত্ব পাব।" এইদৰে দুয়ো পক্ষই সমৰ্থন জনোৱাৰ পাচত ৰাইজে খেল অনুযায়ী মদ বকা (চুজে লোগোৰোবা) সকাম পাতি দেৱ-দেৱী সকলৰ প্ৰতি প্ৰাৰ্থনা জনায়। তাৰ পাচত গৃহস্থই ৰাইজক ভোজ ভাতেৰে আপ্যায়িত কৰে। জ্ঞাতি সকলে মদ, বয়বস্তু আদি দি সহায় কৰে। এইদৰে কন্যাৰ ঘৰত বিয়া সমাপ্ত হয়। বাহী বিয়াৰ দিনা দৰাৰ ঘৰত ৰাইজৰ অৰ্থে এটি ভোজ ভাত আয়োজন কৰে ; খোৱাৰ আগকে 'মদ বকা' সকাম পাতি কন্যাক দৰাৰ গোত্ৰলৈ তুলি লোৱা হয়। এই সকামৰ পাছত কন্যাই দৰাৰ ঘৰত ৰন্ধা-বঢ়া কৰিব পাৰে। প্ৰকৃত গৃহিনী হৈ নতুন জীৱনৰ পাতনি মেলে।

ওপৰত উল্লেখ কৰা খোজা-বঢ়া কৰা বিয়াবোৰত সাধাৰণতে খৰচৰ মাত্ৰা বেচি হয়। তাৰোপৰি বহুতবোৰ সামাজিক নীতি নিয়ম মানি চলিব লগা হয়। গতিকে বৰবিয়া, মাজুবিয়া আৰু সৰুবিয়া অনুষ্ঠিত হোৱা গাঁৱত কমি যোৱা দেখা যায়। তাৰ ঠাইত আজি-কালি বৰগঞা আৰু টেঙাপনীয়া সমাজত ভকতৰূপীয়া বিয়াখন বেচি জনপ্ৰিয় হোৱা দেখা যায়। আনহাতে, আজি কালি দিবঙীয়া খেলত ভকতৰূপীয়া আৰু পলুৱাই অনা বিয়া বেচিকৈ প্ৰচলন হোৱা পৰিলক্ষিত হয়।

**পলুৱাই অনা বিয়া**—কোনো এটা ডেকা লৰা আৰু এজনী গাভৰু ছোৱালীৰ মাজত যেতিয়া প্ৰেমৰ ভাব উদয় হয় আৰু পাচত পলুৱাই আনি গাঁৱৰ নীতি-নিয়মেৰে ঘৰত বিয়া পাতে তেতিয়া সেই বিয়াক পলুৱাই অনা বিয়া (হামকিয়া চচঁয়) বুলি কোৱা হয়। ছোৱালী পলুৱাই আনিবলৈ হলেও লৰাই সদায় আনিব পৰা গোত্ৰৰ পৰাহে ছোৱালী আনে। নিজৰ গোত্ৰ আৰু ম'ইটি সদায় বাদ দিয়ে। ছোৱালী পলুৱাই অনাৰ দিনাখনেই গাঁৱৰ ডেকা-জীয়াৰী সমন্বিতে বুঢ়া-বুঢ়ী, লৰা-ছোৱালী সকলোৱে লগ লাগি লৰাটোৰ ঘৰত বিয়াখন পাতে। এদল দৰাঘৰীয়া আৰু আন এদল কন্যাঘৰীয়া হৈ বিয়াৰ নামগুণ গাই, মাহ-হালধীৰে দৰা-কন্যাক নোৱাই-ধুৱাই সমাজৰ আগত দুয়োকো বহুৱায়।

দেউৰী পূজাৰী, গাঁৱৰ বয়োবৃদ্ধ লোক আৰু সমূহ উপস্থিত ৰাইজৰ আগত দৰা-কন্যাই অৱিহনা সহ তামোল-পানৰ শৰাই দি সেৱা লয়।



ৰাইজে তেওঁলোকৰ মঙ্গলাৰ্থে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়। গৃহস্থই ভাত, মদ, মাংস সহ ৰাইজক ভোজ-ভাত খুৱায়। এইয়া হ'ল সাময়িক হিচাবে দৰা আৰু কন্যাক সমাজে স্বীকৃতি দিয়া নিয়ম। গাঁৱৰ ৰাইজে আংশিক হিচাবে দৰা-কন্যাৰ বৈবাহিক জীৱন যাত্ৰা আৰম্ভ কৰিবলৈ সুযোগ দিয়ে। কেইদিন মানৰ পাচত 'চুঁজে লোগোৰোবা' সকাম পাতি ন-বোৱাৰীক ৰান্ধনী-বাঢ়নী কৰি লয়। যেতিয়ালৈকে দৰাই কন্যাৰ ঘৰলৈ গৈ চুঁজে লোগোৰোবা সকাম পাতি কন্যাৰ গোত্ৰ সম্বন্ধ চিঙি নানেগৈ তেতিয়ালৈকে কন্যাই দৰা ঘৰত, গাঁৱৰ সমাজত প্ৰকৃত বোৱাৰী হিচাবে স্বীকৃতি নেপায়। পিণ্ডদান আৰু ধন-সম্পত্তিৰ কোনো গৰাকী হব নোৱাৰে। গতিকে যিমান সোনকালে পাৰে দৰাৰ অভিভাৱকে কন্যা ঘৰৰ লগত যোগাযোগ কৰি সম্বন্ধ স্থাপন কৰিবলৈ যত্নপৰ হয়। দৰা আৰু কন্যাই উভয়ে গাঁৱৰ দুই-চাৰিজন মানুহ লগত লৈ মদ, কুকুৰা, শাক-পাচলি, টকা-পয়চা, তামোল-পানৰ শৰাই লগত লৈ গৈ ছোৱালীৰ ঘৰত সকামটো অনুষ্ঠিত কৰেগৈ।

সেইদিনা কন্যা ঘৰৰ বংশ পৰিয়াল, গাঁৱৰ ৰাইজ সমবেত হয়। উপস্থিত ৰাইজৰ আগত দৰা-কন্যা উভয়ে সেৱা লয়। পুৰোহিত আৰু সৰ্বসাধাৰণ লোকে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাই দৰা-কন্যাক শুভাশীৰ্বাদ বৰিষণ কৰে। বন্দোবস্ত কৰা বিয়াৰ নীতি মতে কন্যাৰ গোত্ৰ সম্বন্ধ চিঙি দৰাৰ গোত্ৰলৈ উঠাই দিয়ে। তাৰ পাচত ৰাইজে চুঁজে, কাজিং আৰু ভোজভাত খায়। এই সকাম কোনো কোনোৱে বুঢ়া বয়সতো পাতে। কাৰণ মৃত্যুৰ পাচত পিণ্ডদানৰ লগত সম্পৰ্ক আছে। বুঢ়া বয়সত এনে বিয়া অনুষ্ঠিত কৰা কাৰণে 'বুঢ়া বিয়া' বুলি কয়। কন্যাৰ গোত্ৰ ছেদ কৰি বা মেলাই অনাৰ বাবে ই মেলনি বিয়া বুলিও জনাজাত।

**গা ধন আৰু যৌতুক**—পলুৱাই অনা বিয়াত কন্যাৰ মাক-দেউতাকে বা অভিভাৱকে দৰা পক্ষৰ ফালৰ পৰা আগতে ১২৬ টকা গা ধন হিচাবে লোৱাৰ নিয়ম আছিল। কিন্তু অৱস্থা চাই কেতিয়াবা তাৰ দাবী কম বেচিও হৈছিল। আজি কালি গা ধন লোৱাত কোনো বাধ্যবাধকতা নাই। দৰাঘৰে কন্যাঘৰত 'মিতিৰ' হবৰ দিনা তামোল-পানৰ শৰাইত শক্তি অনুযায়ী যি টকা-পয়চা দিয়ে তাতে মান্তি হয়। অৱশ্যে আজি

কালিও কোনোবা লৰাই এজনী ছোৱালীক তেওঁৰ মাক-দেউতাকৰ ঘোৰ আপত্তি স্বত্বেও যদি পলুৱাই লৈ যায় তেতিয়া তেওঁলোকে ইচ্ছা অনুযায়ী গা ধন দাবী কৰিব পাৰে। গা ধন লোৱা হয় কিয় ? সেয়া চিন্তাৰ বিষয়। এগৰাকী মাতৃয়ে গৰ্ভধাৰণৰ পৰা আৰম্ভ কৰি গাভৰু হোৱাৰ পাচত বিয়াৰ দিনালৈকে তেওঁৰ জীয়েকৰ বাবে যি শাৰীৰিক মানসিক কষ্ট ভোগ কৰে তাৰ পৰিবৰ্ত্তে মান হিচাবে ধন গ্ৰহণ কৰে। এই নীতিকে গা ধন লোৱা বোলে। খোজা-বঢ়া কৰা বিয়াতো দৰাঘৰে শৰাই দি কন্যাৰ পিতৃ-মাতৃক মান ধৰে।

যৌতুক কন্যাদাতাই ইচ্ছা আৰু শক্তি অনুযায়ী দিয়ে। বিয়াৰ দিনাই দেউতাকে কন্যাক নানা বস্ত্ৰ-বস্তু যেনে কাহি-বাতি, লোটা-ঘটি, বাকচ, কাপোৰ-কানি, গহনা-পাতি, টকা-পয়চা, গৰু-মহ, ইত্যাদি দিয়ে। আজি-কালি ধনী শ্ৰেণীৰ লোকে আধুনিক ধৰণৰ চ'ফাচেট, পালেং, অলংকাৰ-পাতি দিয়া দেখা যায়। যৌতুকত দিয়া বস্তুবোৰৰ লগত এগৰাকী কন্যাৰ মনস্তাত্ত্বিক ভাৱধাৰা নিবিড় ভাবে সংলগ্ন থাকে। তেওঁ যৌতুকও অনা কাপোৰ কানি, থাল-বাতি, অলংকাৰ পাতিবোৰহে দৰা ঘৰত ব্যৱহাৰ কৰাটো গৌৰৱৰ বিষয় বুলি বিবেচনা কৰে। গা ধন আৰু যৌতুক ব্যৱস্থাই সামাজিক গোটবোৰক সজীৱ আৰু সবল কৰি ৰাখে।

**বিধবা বিবাহ আৰু বিবাহ বিচ্ছেদ**—বিধবাবিবাহ সমাজে গ্ৰহণ কৰে। কিন্তু এনে বিবাহ সৰ্বসাধাৰণতে অনুষ্ঠিত হোৱা দেখা নাযায়। আন বিয়াৰ দৰে ইয়াক জাক-জমকতাৰে অনুষ্ঠিত কৰা নহয়। কোনোবাই ইচ্ছা কৰিলে আৰম্বৰহীন ভাৱে অনুস্তুপীয়াকৈ সকাম পাতি বা পলুৱাই নিব পাৰে। এজন পুৰুষে প্ৰথম গৰাকী পত্নীৰ মৃত্যুৰ পাচত দ্বিতীয় বাৰৰ কাৰণে বিয়া পাতিব পাৰে। তেওঁলোকৰ সমাজত বিধবা নবৌৱেকক বিয়া কৰোৱা নিয়ম নাই।

বিবাহ বিচ্ছেদ সাধাৰণতে নহয়। ইয়াৰ ঘাই কাৰণ হ'ল—তেওঁলোকৰ সমাজত থকা অগ্ৰগণ্য বিবাহ ব্যৱস্থাৰ বাবে। যদি কেনেবাকৈ বিবাহ বিচ্ছেদ হবলৈ হয় তেতিয়া পূৰ্বৰ যিটো মোমাই ভাগিন সম্বন্ধ সিও চিঙি যাব আৰু লগে লগে সামাজিক বিশৃঙ্খলতাই দেখা দিব। তাৰোপৰি দেওশালৰ পূজাৰী বিষয়া আদি কৰি দৰা কন্যাৰ উভয়



পক্ষৰ সমূহ জনতাৰ আগত মাঙ্গলিক অনুষ্ঠানৰ দ্বাৰা তেওঁলোকৰ বিয়াখন উদ্‌যাপন হয়। গতিকে, বিবাহ বিচ্ছেদ হোৱা সহজ সাধ্য নহয়।

এইদৰে এখন বিয়াই প্ৰথমতে দুটা বেলেগ পৰিয়াল, তাৰ পাচত দুটা গোত্ৰ আৰু শেষত দুখন বেলেগ সমাজক এডাল সম্বন্ধৰ এনাজৰীৰে বান্ধ খুৱাই কটকটীয়া কৰে। ডেকা আৰু গাভৰুৰ মাজত নতুন যুগৰ পাতনি মেলে। ডেকা-জীয়ৰী জীৱনৰ ওৰ পৰে বিয়াৰ দিনাই। গাৰ্হস্থ্য ধৰ্ম আৰম্ভ হয় লগে লগে। তাৰ আগতে ডেকাই মিচঙত বা ডেকাচাঙত আৰু জীয়ৰীয়ে ঘৰত জীৱন যাপন কৰা নিয়ম। বিয়াৰ পাচত নৱ-দম্পতীয়ে সমাজত স্থান পায়। সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক আৰু ধৰ্মজীৱনৰ ক্ষেত্ৰত তেওঁলোকৰ গাত দায়িত্ব আহি পৰে। সময়ৰ সোঁতত তেওঁলোকৰ যুগ্ম জীৱনৰ ফলত জনসংখ্যা বৃদ্ধি হৈ আৰু এটা ন্যূনতম পৰিয়াল বৃদ্ধি হয়। এইদৰে প্ৰাথমিক পৰিয়াল গোট খাই এটি সংযুক্ত পৰিয়াল গঠন হয়।

**পৰিয়াল আৰু তাৰ আৱশ্যকতা**—দেউৰীচুতীয়া সমাজত প্ৰধানকৈ ন্যূনতম আৰু সংযুক্ত পৰিয়াল প্ৰথা পোৱা যায়। চুতীয়া ভাষাত পৰিয়ালক 'জোপা' বোলা হয়। ন্যূনতম পৰিয়ালক সুকীয়া-জোপা আৰু সংযুক্ত পৰিয়ালক 'জাকৰুৱা' জোপা বোলে।

**ন্যূনতম পৰিয়াল**—মাক, দেউতাক আৰু তেওঁলোকৰ অবিবাহিত ল'ৰা-ছোৱালীক লৈ যি পৰিয়াল গঠিত হয় সেয়ে ন্যূনতম বা তেওঁলোকৰ ভাষাত সুকীয়া পৰিয়াল। এনে পৰিয়ালৰ বিশেষত্ব হ'ল এয়ে যে তেওঁলোকৰ ঘৰত এখন জুইশাল (দুদেপাতি) আৰু এটা চৰুতে বা পাগতে সকলোৰে চলে। খেতি পথাৰ বা চাকৰিৰ পৰা যি আয় হয় সেইখিনিও সুকীয়া হিচাবে ঘৰৰ গৃহস্থই ব্যৱহাৰ কৰে। ইয়াত ককাই-ভাইৰ কাৰো স্বত্ব নাথাকে। এনে পৰিয়ালত ওপৰত উদ্ধৃত কৰা সভ্যসকলৰ বাহিৰেও মানুহজনৰ বৃদ্ধ পিতা (বাং) আৰু বৃদ্ধা মা (ইয়ং) বাস কৰা পোৱা যায়। এই ক্ষেত্ৰত পিতৃৰ অনুমতি সাপেক্ষে পুতেকে ঘৰৰ গৃহস্থ অৰ্থাৎ মুৰব্বী হৈ সংসাৰ চলায়।

**সংযুক্ত পৰিয়াল**—কেবাটাও ন্যূনতম পৰিয়াল লগলাগি একেটা পাগতে খোৱা-বোৱা কৰি একেটা ঘৰতে বাস কৰে—তাকে সংযুক্ত (জাককৱা) পৰিয়াল বোলে। এনে পৰিয়ালৰ ভিতৰত যিজন বয়সত আটাইতকৈ ডাঙৰ সৰ্বসাধাৰণতে সেইজনকে গৃহস্থ (গিৰা) পাতে। চুতীয়া ভাষাত গিৰা শব্দই বুঢ়া মানুহক বুজায়। গিৰাৰ পৰামৰ্শ মতে সকলোৱে চলে।

গিৰাই বৃদ্ধাৱস্থাত ঘৰৰ কাম কাজ পৰিচালনা কৰিব নোৱাৰিলে তেওঁৰ পাচৰজন বয়সস্থ ভায়েকক কামটোৰ ভাৰ হস্তান্তৰ কৰে। যদি বয়সস্থ লোকজন অকৰ্মণ্য হয় তেতিয়া তেওঁৰ অনুমতি লৈ ঘৰৰ আন জনা বুজা মানুহে 'গিৰা'ৰ কাম কৰিব পাৰে। গিৰাজন ঘৰখনৰ আটাইতকৈ সন্মানিত লোক। তেওঁ ঘৰৰ সকলো লোককে একগোট কৰি ঘৰৰ কামৰ পৰা আৰম্ভ কৰি খেতি-পথাৰ, সামাজিক কাম কাজ ইত্যাদিৰ বিষয়ে চকু ৰাখে। ঘৰখনৰ উমৈহতীয়া উন্নতিৰ বাবে আপ্ৰাণ চেষ্টা চলায়। ঘৰখনৰ সমূহীয়া আয় ব্যয়ৰ হিচাব তেৱেঁ ৰাখে। 'গিৰাৰ' ঘৈণীয়েক গিৰাচীৰো ঘৰখনত যথেষ্ট গুৰুত্ব আছে। তেওঁৰ আদেশ ঘৰৰ জীয়ৰী-বোৱাৰীহঁতে মানি চলে।

ঘৰখন নিয়াৰিকৈ চলোৱাৰ ভাৰ তিৰোতাসকলৰ ওপৰত। বোৱাৰী-সকলে পাল পাতি, মাৰি বানি ভাত-পানী ৰান্ধি-বাঢ়ি ঘৰৰ সকলোকে খুওৱা-ধুওৱা কৰা কামৰ উপৰিও পথাৰলৈ যোৱাটো মন কৰিব লগীয়া বিষয়। তিৰোতাসকলে কেৱল হালখন বোৱাৰ বাহিৰে ঘৰৰ আৰু পথাৰৰ সকলো কাম কৰে। শিপিনীসকলে নানা ৰংবিৰঙৰ কপাহী, এড়ি, মূগা কাপোৰ-কানি বই নিজে পিন্ধাৰ উপৰিও পুৰুষ সকলকো যোগান ধৰে। বাৰী বা হাবিৰ পৰা বনৰীয়া ঔষধৰ গছ-পাত, শিপা আদি সংগ্ৰহ কৰি ঘৰত মদ তৈয়াৰ কৰা তিৰোতাসকলৰ এটা প্ৰধান কাম। মদ (চুজে) দেউৰীচুতীয়া জীৱনৰ অপৰিহাৰ্য্য অংগ। ইয়াক ঘৰত দৈনন্দিন খোৱাৰ উপৰিও সামাজিক আৰু ধৰ্মানুষ্ঠানতো ব্যৱহাৰ কৰা হয়। এইদৰে ঘৰৰ সকলোটি মানুহ নিজৰ নিজৰ দায়িত্ব বুজি কাম কাজ কৰি পৰিয়ালটোৰ উন্নতিৰ অৰ্থে কাম কৰাটো দেউৰী-চুতীয়াৰ পৰিয়াল প্ৰথাৰ বান্ধনীৰ এটা বিশেষত্ব।



## গোত্ৰ (জাকু) আৰু তাৰ বিচাৰ :—

দেউৰীচুতীয়া সমাজত এজন পূৰ্বপুৰুষৰ পৰা বংশ বৃদ্ধি হৈ বহুতো পৰিয়ালৰ দ্বাৰা গঠন হোৱা এটি সামাজিক গোটকে গোত্ৰ (জাকু) বোলে। এনেকৈ গঠিত হোৱা প্ৰত্যেকটি জাকুৰ লক্ষণ হ'ল—বহিৰ্বৈবাহিক সমষ্টিৰ গোট। বিয়া-বাৰুৰ ক্ষেত্ৰত সদায় নিজৰ 'জাকু' বাদ দি সম্বন্ধ পাতিব পৰা 'জাকুৰ' পৰাহে ছোৱালী অনা-নিয়া কৰিব পাৰে।

দিবঙীয়া খেলত পূৰ্বতে সাতটা জাকু আছিল। বংশ বৃদ্ধি আৰু আন জাতিৰ মানুহ সোমাই পৰাৰ ফলত বৰ্তমান চৈধ্যটা গোত্ৰ পোৱা যায়। যেনে ঃ চুন্দাৰিয়, ছ্যাৰিয়, চিটিগায়, পাত্ৰিৰিয়, মেহেদায়, আইৰিয়, কোমতায় (কুমাৰ), কলিয়াচকুয়, তেলিয়া, দ্‌পিয়া, মোৰা, চুক্ৰাং, কমাৰ আৰু বিহিয়ায়। প্ৰত্যেকটি গোত্ৰৰ লোকসকল তেওঁলোকৰ পূৰ্বপুৰুষজনৰ পৰা উৎপত্তি হৈছে। গতিকে তেওঁলোক সম্বন্ধত ককাই ভাই আৰু সেইবাবে বিয়া-বাৰু হব নোৱাৰে।

টেঙাপনীয়া সকলে গোত্ৰক টিকা বোলে। তেওঁলোকৰ টিকাবোৰো দিবঙীয়া খেলৰ দৰে পূৰ্বপুৰুষৰ পৰা উৎপত্তি হৈছে। লক্ষণৰ ক্ষেত্ৰতো দিবঙীয়া খেলৰ দৰে একে অৰ্থাৎ বহিৰ্বৈবাহিক সমষ্টিৰ সামাজিক গোট। তেওঁলোকৰ সমাজত সাতটা টিকা পোৱা যায় যেনে—খুটীয় টিকা, মাচীয় টিকা, চেনাবৰীয়া টিকা, ফাগীমেগেৰা টিকা, ফাঁফৰীয়া টিকা, বিকৰমীয়া টিকা আৰু চাকোচা টিকা।

বৰগঞা খেলৰ ভিতৰত নিম্নোক্ত গোত্ৰ কেইটি পোৱা যায়—যেনে ইকুচাৰু, চিমুচাৰু, হিজাৰু, বুচাৰু, লুফাৰু, গোচাৰু ইত্যাদি। এই বিভিন্ন গোটবোৰৰ দেউৰীচুতীয়া সমাজত কিবা গুৰুত্ব আছে নেকি সেই বিষয়ে এবাৰ চোৱা যাওক।

**গোত্ৰ আৰু দেওশালৰ পূজাৰী বিষয়া**—দিবঙীয়া ৰাইজে তেওঁ-লোকৰ 'মিদিকুঁ'ৰ পূজাৰী বিষয়াসকলক কিছুমান নিৰ্দ্দিষ্ট গোত্ৰৰ পৰা নিৰ্বাচিত কৰে। বৰদেউৰীক আৰু সৰুদেউৰীক যথাক্ৰমে চুন্দা-ৰিয় আৰু পাত্ৰিৰিয় জাকুৰ পৰা বচা হয়। বৰভৰালী আৰু সৰুভৰালীক আইৰিয় গোত্ৰৰ পৰা নিৰ্বাচন কৰে। ছ্যাৰিয় আৰু চিটিকা গোত্ৰৰ

পৰা বৰা আৰু ৰান্ধনি লোৱা হয়। বাকীবিলাক বিষয়া যেনে, খেলোৱা বৰা, বাৰিক আদিও সেইদৰে ভাল নিখুঁত মানুহ চাই আন বংশৰ পৰা বচা হয়।

টেঙাপনীয়া সকলে থানঘৰ পৰিচালনা কৰিবৰ বাবে বৰদেউৰী আৰু সৰুদেউৰীক যথাক্ৰমে মাচীয় টিকা আৰু বিকৰমীয়া টিকাৰ পৰা নিৰ্বাচন কৰে। বৰভৰালী আৰু সৰুভৰালীক ফাগীমেগেৰা টিকা আৰু প্ৰথম নম্বৰ খুটীয় টিকাৰ পৰা তুলি লোৱা হয়। চেনাবৰীয়া টিকাৰ পৰা বাৰিক আৰু দ্বিতীয় নম্বৰ খুটীয় টিকাৰ পৰা বৰা বিষয়া বাচি লয়।

বৰগঞা সকলেও পূজাৰী বিষয়া সকলক নিৰ্দ্দিষ্ট গোত্ৰৰ পৰা নিৰ্বাচিত কৰে। বৰদেউৰী আৰু সৰুদেউৰীক ইকুচাৰু আৰু চিমুচাৰুৰ পৰা আৰু ভৰালীক হিজাৰুৰ পৰা নিযুক্তি দিয়া হয়। লুফাৰু আৰু বুচাৰু বংশৰ পৰা যথাক্ৰমে বৰা আৰু বলিমৰা বিষয়া হিচাবে নিৰ্বাচন কৰে। এইদৰে গাঁৱৰ ৰাইজে পূজাৰী বিষয়া সকলক গোত্ৰ অনুক্ৰমে বাচি লৈ দেওশালবোৰ পৰিচালনা কৰে। দেওশালৰ বাহিৰেও গোত্ৰবোৰৰ বৈবাহিক ক্ষেত্ৰতো গুৰুত্ব যথেষ্ট আছে। আগতে উল্লেখ কৰা মতে প্ৰত্যেক গোত্ৰই বহিৰ্বৈবাহিক নীতি মানি চলে। দিবঙীয়া সমাজত আৰু এটা উল্লেখযোগ্য কথা হ'ল এয়ে যে তেওঁলোকৰ গোত্ৰবোৰক দুভাগত বিভক্ত কৰিব পাৰি। তাক তলৰ চিত্ৰত দেখুৱা হ'ল।

| ক ম'ইটি | খ ম'ইটি |
|---|---|
| চুন্দাৰিয়— | আইৰিয়— |
| চ্ছাৰিয়— | কুমতায় (কুমাৰ) |
| পাত্ৰিৰিয়— | মুৰাং— |
| চিটিগায়— | কমাৰ— |
| মেহেদায়— | |
| কলিয়া চকুয়— | |
| চুক্ৰাং— | |
| তেলিয়া— | |
| দুপিয়া— | |
| বিহিয়া— | |



ওপৰত উল্লেখ কৰা ক আৰু খ প্ৰত্যেক ভাগকে ম'ইটি (সমাজাৰ্ধ) বোলা হয়। চুতীয়া ভাষাত সমাজাৰ্ধক 'পজা' বুলি কয়। ক ম'ইটিৰ মানুহে খ' ম'ইটিৰ মানুহৰ পৰা আৰু খ ম'ইটিৰ মানুহে ক' ম'ইটিৰ পৰা ছোৱালী অনা-নিয়া কৰে। কাৰণ 'ক'ৰ ভিতৰত থকা গোত্ৰৰ মানুহবিলাক ককাই-ভাই সম্বন্ধ লাগে। সেইদৰে 'খ' গোত্ৰৰ মানুহবোৰ একেটা পূৰ্বপুৰুষৰ পৰা উৎপত্তি হোৱা বাবে সম্বন্ধত ককাই-ভাই হয়। এনে সামাজিক ব্যৱস্থা টেঙাপনীয়া আৰু বৰগঞা খেলৰ মাজত বৰ্ত্তমান পোৱা নাযায়। বিয়াৰ বাহিৰেও সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক ক্ষেত্ৰতো ম'ইটিৰ গুৰুত্ব আছে। সকলো কাম কাজতে নিজৰ নিজৰ ম'ইটিৰ মানুহক সহায় কৰাটোত প্ৰাধান্য দিয়ে।

## আত্মীয়তাৰ সম্বন্ধ ঃ

দেউৰীচুতীয়াৰ আত্মীয়তাৰ লোকসকলক প্ৰধানকৈ দুটা বহল ভেটিত ভগাব পাৰি। তাৰে প্ৰথমটো হ'ল—একে বংশৰ মানুহ বা একে গোচ্ছায় মচি আৰু দ্বিতীয়টো হ'ল—মিতুৰ বংশৰ মানুহ বা মিতুৰ গোচ্ছায় মচি। প্ৰথমটো সামাজিক গোট নিজৰ বংশৰ মানুহক লৈ আৰু দ্বিতীয়টো গোট বৈবাহিক সূত্ৰৰ দ্বাৰা গঠন হয়। তলৰ প্ৰথম আৰু দ্বিতীয় চিত্ৰত আত্মীয়তাৰ গোট দুটাৰ মানুহবিলাকক দেখুৱা হৈছে।



প্ৰথম চিত্ৰ—১ একে গোচ্ছায় মচি

দ্বিতীয় চিত্ৰ—২ মিতুৰ গোচ্ছায় মচি।

প্ৰথম চিত্ৰত ইগোৰ যিমানবিলাক নিজৰ বংশৰ মানুহ আছে সকলোবিলাক তেওঁৰ বাবে 'একে গোচ্ছায় মচি'। সেইদৰে দ্বিতীয়

ম'ইটি—এখন সমাজৰ গোত্ৰ সকলক যদি সামাজিক আৰু অন্যান্য কাৰণত দুভাগত ভগাব পাৰি তেতিয়া প্ৰত্যেক ভাগকে ম'ইটি বা সমাজাৰ্ধ বোলা হয়।

চিত্রত ইগো'ৰ পত্নীৰ ফালৰ যিবিলাক মানুহ তেওঁলোক হল—ইগোৰ মিতুৰ গোষ্ঠীয় মচি। ইগোয়ে কি কি আত্মীয়তাৰ শব্দৰে তেওঁৰ সম্বন্ধীয় লোকসকলক সম্বোধন ধৰে তাৰ কিছুমান শব্দ তলত উল্লেখ কৰা হ'ল—।

| দেউৰীচুতীয়া— | | হিন্দুচুতীয়া | | অসমীয়া— | |
|---|---|---|---|---|---|
| শব্দ | সম্বোধন | শব্দ | সম্বোধন | শব্দ | সম্বোধন |
| মিচি | ইঙ্গিতেৰে বা লৰা-ছোৱালীৰ নামধৰি | ঘৈণী | | ঘৈণী | নামকাঢ়ি |
| মোকা | ঐ | গিৰি বা পৈ | | গিৰি বা পৈ | |
| কাই | কাই | কাই, কাইটি | কাই কাইটি | ককাইদেউ, | ককাইদেউ |
| পিচিয়া | নামকাঢ়ি | ভাই | নামকাঢ়ি | ভাইটি | ভাইটি |
| পি চিয়াচী | ঐ | ভনী | ঐ | ভনীটি | ভনীটি |
| বুজি | বুজি | বৌ | বৌ | নবৌ | নবৌ |
| চিনু | নামকাঢ়ি | খুলালি | নামকাঢ়ি | খুলশালি | নামকাঢ়ি |
| বাই | বাই | বাইটি | বাইটি | বাইদেউ | বাইদেউ |
| গোমি | গোমি | ভিনি | ভিনি | ভিনিহি | ভিনিহি |
| আমৰ, বইনাই | ইঙ্গিতেৰে বইনাই | ভনীজোঁৱাই, বইনাই | ইঙ্গিতেৰে | জোঁৱাই, | জোঁৱাই |
| শালপতি | শালপতি | শালপতি | শালপতি | শালপতি | শালপতি |
| চিউপি | ইঙ্গিতেৰে | বৰজনা | ইঙ্গিতেৰে | বৰজনা | বৰজনা |
| ইগোৰ প্ৰথম উচ্চ পুৰুষ | | | | | |
| বাং | বাং | পিতা | পিতা | দেউতা | দেউতা |
| ইয়ং | ইয়ং | বৌ, বৌতি | বৌ, বৌটি | মা | মা |
| দাই | দাই | দেদাই দাইটি | দেদাটি দাইটি | দদাইদেউ খুড়া | দদাইদেউ, খুড়া |
| মাকু | মাকু | খুড়ী | খুড়ী | খুড়ীদেউ | খুড়ীদেউ |

ইগো'—যি গৰাকীক কেন্দ্ৰ কৰি আত্মীয়তাৰ সম্বন্ধ বিচাৰ কৰা হয়।



| দেউৰীচুতীয়া | | হিন্দুচুতীয়া | | অসমীয়া | |
|---|---|---|---|---|---|
| শব্দ | সম্বোধন | শব্দ | সম্বোধন | শব্দ | সম্বোধন |
| পেই | পেই | পেহী | পেহী | পেহীদেউ | পেহীদেউ |
| মমাই | মমাই | মমাই | মমাই | মোমাইদেউ | মোমাইদেউ, |
| ছিগিৱা | ইঙ্গিতেৰে | শশুৰ | ইঙ্গিতেৰে | শহুৰ | ইঙ্গিতেৰে |
| শাশু | ঐ | ঐ | ঐ | শাহু | ঐ |
| মাই | মাই | মাহী | মাহী | মাহীদেউ | মাহীদেউ |
| মহা | মহা | মহা | মহা | মহাদেউ | মহাদেউ |
| পায়ু | পায়ু | বৰপাই বৰপিতা, | বৰপাই বৰপিতা, | বৰদেউতা | বৰদেউতা |
| মায়ু | মায়ু | বৰমা | বৰমা | বৰমা | বৰমা |
| ইগোৰ প্ৰথম নিম্ন-পুৰুষ | | | | | |
| পিচা | নামকাঢ়ি | পু | নামকাঢ়ি | পুত্ৰ | নামকাঢ়ি |
| আইয়াঁ | আইয়াঁ | বোৱাৰী | বোৱাৰী | বোৱাৰী | বোৱাৰী নামকাঢ়ি |
| পিচাচী | নামকাঢ়ি | জী | নামকাঢ়ি | জী | ঐ |
| আজি | আজি | জোঁৱাই | জোঁৱাই | জোঁৱাই | জোঁৱাই |
| ভাগিন | ভাগিন নামকাঢ়ি | ভাগিন | ভাগিন নামকাঢ়ি | ভাগিন | নামকাঢ়ি |

| দেউৰীচুতীয়া | | হিন্দুচুতীয়া | | অসমীয়া | |
|---|---|---|---|---|---|
| ইগোৰ দ্বিতীয় উচ্চ পুৰুষ | | | | | |
| শব্দ | সম্বোধন | শব্দ | সম্বোধন | শব্দ | সম্বোধন |
| দিং | দিং | দেউতা | দেউতা | ককাদেউতা | ককাদেউতা |
| জিং | জিং | বুঢ়ীমা | বুঢ়ীমা | আইতা | আইতা |
| ইগোৰ দ্বিতীয় নিম্ন পুৰুষ | | | | | |
| পিচু | নামকাঢ়ি | নাতি | নামকাঢ়ি | নাতি | নামকাঢ়ি |
| পিচুচী | ঐ | নাতিনী | ঐ | নাতিনী | ঐ |

## সম্বন্ধীয় লোকৰ ভিতৰত আচাৰ ব্যৱহাৰ—

**পতি আৰু পত্নী ঃ**—গিৰিয়েকে ঘৈণীয়েকক মাতিব লগাত পৰিলে নিজৰ লৰা-ছোৱালীৰ নাম ধৰি 'অমুকৰ মাক' বুলি মাতে। সেইদৰে ঘৈণীয়েকেও গিৰিয়েকক 'অমুকৰ বাপেক' বুলি সম্বোধন ধৰে। ঘৈণী-য়েকে গিৰিয়েকৰ নাম কাঢ়িব নাপায়। কাৰণ তেনে কৰিলে অসন্মান কৰা হয়। ঘৈণীয়েকৰ বাবে গিৰিয়েক এজন অতি সন্মানিত লোক। পত্নীয়ে পতিক টান কথা নকয়। আনহাতে পতিয়ে পত্নীক আৱশ্যক আৰু সময় অনুসৰি গালি-শপনি দিব পাৰে।

**ককাই-ভাই, বাই-ভনী**—ককায়েকে ভায়েকক নাম কাঢ়ি মাতে। তেওঁ ভায়েকক কটুশব্দ ব্যৱহাৰ কৰিব পাৰে। ভায়েকে ককায়েকক কাই বুলি সম্বোধন ধৰে আৰু সন্মান কৰি চলে। সেইদৰে বায়েকেও ভনীয়েকক নামকাঢ়ি মাতে আৰু ভনীয়েকে বায়েকক 'বেবে' বুলি সম্বোধন কৰে। ককায়েকে ভনীয়েকক নাম কাঢ়ি মাতে। তেওঁলোকে উভয়ে উভয়ক সামাজিক দূৰত্ব মানি চলে।

**বৌৱেক আৰু দেওৰেক ঃ**--বৌৱেকে দেওৰেকক নিজৰ ভায়েকৰ দৰে ব্যৱহাৰ কৰে আৰু চ্ছিনু বুলি সম্বোধন কৰে। দেওৰেকে বৌৱে-কক 'বুজি' বুলি মাতে আৰু সন্মান কৰে। ধেমালি সুৰত কথা-বতৰা পাতিব পাৰে।

**ৰৰজনা আৰু ভাইবোৱাৰী ঃ**—তেওঁলোকে পৰস্পৰে পৰস্পৰৰ মাজত সামাজিক দূৰত্ব মানি চলে। ৰৰজনাকে ভাই-বোৱাৰীয়েকৰ কোঠালৈ নোসোমায়। কেনেবাকৈ বোৱাৰীয়েকৰ গাত হাত ভৰি লাগিলে সমাজত দণ্ড ভৰিব লাগে। বোৱাৰীয়েকে কটা তামোল-পাণো ৰৰজনাকে খাব নাপায়। বোৱাৰীয়েকে যৌতুক হিচাবে পোৱা কাঁহি বাতিত ৰৰজনাকে ভাত পানী নাখায়। আনকি ভাই-বোৱাৰীয়ে ৰন্ধা-বঢ়া কৰা বাবে তেওঁ মজিয়ালৈকে নোসোমায়। ইজনে সিজনক অকস্মাত মাতিব লগাত পৰিলে লৰা-ছোৱালীৰ নাম ধৰি অমুকৰ পাঁয়ু বা অমুকৰ ইয়ং বুলি মাতে।



**ভনী-জোৱাঁই আৰু জা-শাশু**—ভনী-জোৱাঁয়েকে জা-শাশুক সন্মান কৰি চলে। জা-শাশুয়েও মৃৰত ওৰণি লৈহে ভনী-জোৱাঁয়েকৰ আগত ওলাব পাৰে। তেওঁলোকে উভয়ক সামাজিক দূৰত্ব মানি চলে। মুখা-মুখিকৈ কথা বতৰা নাপাতে।

**ভিনিহি আৰু খুলশালী**—ভিনিহিয়েকে খুলশালীয়েকক নাম কাঢ়ি মাতে। খুলশালীয়েকে ভিনিহিয়েকক গোমি বুলি সম্বোধন ধৰে। উভয়ে উভয়ক ধেমালি আৰু ইতিকিং কৰিব পাৰে। ভিনিহিয়েকে খুলশালী-য়েকক বায়েকৰ মৃত্যুৰ পাচত বিয়া কৰিব পাৰে।

**বৌৱেক আৰু ননদ**—বৌৱেকে ননদক ভনী হিচাবে ব্যৱহাৰ কৰে। বৌৱেকৰ দিহা পৰামৰ্শ মতে ননদে চলাটো ৰীতি। কেতিয়াবা দুয়োৰে মাজত মনোমালিন্য হোৱা দেখা যায়।

**বাপেক-পুতেক আৰু মাক-জীয়েক**—পিতৃ-মাতৃক তেওঁলোকে সদায় ভক্তি কৰি চলে। মাক-দেউতাকেও তেওঁলোকৰ লৰা-ছোৱালীক মৰম আৰু তুলিতালি ডাঙৰ দীঘল কৰাটো ৰীতি।

**ককাদেউতা আৰু নাতিলৰা**—তেওঁলোকৰ উভয়ে উভয়ৰ লগত বন্ধুত্বৰ সুৰত কথা পাতিব আৰু ধেমালি কৰিব পাৰে। তাৰোপৰি তেওঁলোকৰ মাজত ব্যংগসূচক উক্তি কৰাত বাধা নাই। সেইদৰে আইতাকৰ লগতো নাতি লৰাই ধেমালি আৰু ব্যংগসূচক উক্তি কৰিব পাৰে।

## সমাজ আৰু অৰ্থনৈতিক ভেটি ঃ

দেউৰীচুতীয়া সকল প্ৰধানকৈ কৃষিজীৱি। কৃষিৰ ওপৰত নিৰ্ভৰ কৰি তেওঁলোকৰ সমাজ বৰ্ত্তি আছে। ম্যাদি, একচনীয়া, ফৰিঙতি, চাপৰি আদি বিভিন্ন শ্ৰেণীত খেতি কৰা মাটিবোৰ ভগাব পাৰি। 'বাম মাটিত আহু আৰু দ' মাটিত শালি ধানৰ খেতি কৰা হয়। চাপৰি মাটিত আলু সৰিয়হ, মাহ ইত্যাদি খেতি কৰে।

প্ৰত্যেকটি পৰিয়ালৰ কেৱল কণকণ মইনাইঁতৰ বাহিৰে সকলো মুনিহ তিৰোতাই শস্য উৎপাদনৰ বাবে পৰিশ্ৰম কৰে। বহাগীয় বিচুৰ পাচৰ পৰাই প্ৰায়বিলাক গাঁৱত শালি ধানৰ খেতি কৰিবৰ বাবে হাল কোৰ বোৱা আৰম্ভ হয়। সময়মতে কঠিয়া পাৰি আষাঢ় মাহৰ পৰা স্থান ভেদে ৰুবলৈ আৰম্ভ কৰে। ধান বোৱা আৰু দোৱাটো তিৰোতা সকলৰ কাম। পুৰুষসকলে পথাৰৰ পৰা ধান কঢ়িয়াই আনি ভঁড়ালত থয়। তিৰোতা সকলেও মূৰত ধানৰ দাঙৰি আনি পুৰুষ সকলক সহায় কৰে। এইদৰে পুহৰ শেষলৈকে ধান চপায়। তেওঁলোকে শালি ধানৰ খেতি আৰম্ভ হোৱাৰ আগে আগে আহু ধান দায়। মাহ, সৰিয়হ, আলু ইত্যাদি খেতি কৰি তেওঁলোকে জীৱন নিৰ্বাহ কৰিছে।

তেওঁলোকৰ সমাজত ইজনে সিজনক আৰু এটা পৰিয়ালে আনটো পৰিয়ালক খেতি-বাতি কৰাত সহায় আৰু সহযোগ কৰে। গাঁৱৰ ৰাইজক নিমন্ত্ৰণ কৰি একে দিনাই বহুত মাটি চহোৱা, ৰোৱা দোৱা কৰা নিয়ম আছে। ইয়াক সাঁহিয়া বোলে। আকৌ কোনো এজনী কাম নজনা মানুহে আন এজনী কাম জনা তিৰোতাৰ পৰা কোনো এটা বিষয়ে কাম শিকি লয়। তাৰ পৰিবৰ্তে দ্বিতীয় গৰাকী মহিলাই প্ৰথম গৰাকীৰ পৰা তেওঁ নজনা কাম এটা শিকি বুজি লয়। এইদৰে তেওঁলোকৰ তিৰোতাসকলে কামৰ সলনি কাম শিকি লোৱা নিয়ম আছে। এই নীতিটোক 'হেদাৰি' বোলে। এইদৰে খেতি কৰিবৰ বাবে যি শ্ৰমশক্তি আৱশ্যক হয় সেয়া তেওঁলোকৰ সমাজৰ লোকসকলৰ দ্বাৰা গঠিত। আন সম্প্ৰদায়ৰ দৰে 'হাজিৰা' দি খেতি কৰা নিয়ম বৰ কম। এয়া হ'ল তেওঁলোকৰ খেতি কৰা প্ৰণালীৰ এটি মূল কাৰক।

খেতিৰ পৰা যিখিনি উৎপাদন হয় ঘাইকৈ সেইখিনি নিজৰ খোৱাৰ কাৰণে ভঁড়ালত সাঁচি থয়। আন সম্প্ৰদায়ৰ দৰে 'লাভ মনোভাৱ' তেওঁলোকৰ সমাজত নাই। কোনো এটা খেতি লোকচান হলেও তাৰ বাবে তেওঁলোকৰ মনোবল হ্ৰাস হৈ নাযায়। বৰং তুমুল উৎসাহেৰে তাৰ পাচৰ খেতিটো কৰিবৰ বাবে পৰিকল্পনা কৰে। উৎপন্নৰ প্ৰায়বোৰ ধান-চাউল ভাত আৰু মদ খাওঁতে ব্যৱহাৰ কৰা হয়। ভাত যেনেকৈ ঘাই আহাৰ তেনেকৈ মদও। মদৰ ব্যৱহাৰ সমাজৰ প্ৰায়বোৰ ডাঙৰ ডাঙৰ সকামতে আছে।



তেওঁলোকৰ সমাজত বয়বস্তুৰ সাল-সলনি কৰা নীতি প্ৰচলিত আছে। এই সামাজিক ব্যৱস্থাৰ দ্বাৰা এজনে তেওঁৰ লাগতীয়াল বস্তুটো আন এজনৰ আৱশ্যকীয় বস্তুৰ লগত সলনি কৰি লয়। কেতিয়াবা মিছিং আৰু কৈৱৰ্ত্ত মানুহৰ পৰা ধানৰ পৰিবৰ্ত্তে মাছ-পুথি সলনি কৰি লয়। অৱশ্যে তেওঁলোকে নিজেও মাছ মাৰি খায়। কিন্তু নেবেচে। মাছ বেচা কামটো নিকৃষ্ট বুলি ভবা হয়। তেওঁলোকৰ নিজৰ ভিতৰতো কেতিয়াবা আৱশ্যক অনুসৰি বৰা ধানৰ সলনি জহা ধান, বাও ধানৰ পৰিবৰ্ত্তে আহুধান আদি সলনা-সলনি কৰে। এই সলনি পদ্ধতিয়ে তেওঁ-লোকৰ নিজৰ সমাজৰ লোকসকলৰ বাহিৰেও আন আন মানুহৰ লগতো এক সৌহাৰ্দ্যপূৰ্ণ সম্প্ৰীতি গঢ়ি উঠাত সহায় কৰে।

খেতিৰ বাহিৰেও আজিকালি তেওঁলোকৰ কোনো কোনো শিক্ষিত লোকে চৰকাৰী, বেচৰকাৰী, শিক্ষা, বাণিজ্য আদি অনুষ্ঠান সমূহত চাকৰি কৰা দেখা যায়। চাকৰি কৰি উপাৰ্জন কৰা ধনখিনি ব্যক্তিগত হিচাবে খৰচ কৰিব পাৰে। তেওঁ যদি সংযুক্ত পৰিয়ালৰ এজন লোক হয় তেতিয়া তেওঁৰ আয়ৰ একাংশ ঘৰখনৰ সমূহীয়া অৰ্থ-নৈতিক উন্নতিৰ অৰ্থে খৰচ কৰে।

## ৰাজনৈতিক গাঁথনি আৰু তাৰ উদ্দেশ্য ঃ

গাওঁ মেল ( মে ):—দেউৰীচুতীয়া সকলৰ প্ৰত্যেক গাৱঁতে এখন গাওঁমেল আছে। গাৱঁৰ মুখীয়াল মানুহবিলাকক ( গিৰা ) লৈ এই গাওঁ মেল গঠন হয়। গাৱঁৰ যিমানবোৰ সৰু-ডাঙৰ বিষয় এই মেলতে আলোচনা সমালোচনা হয়। গাৱঁৰ সৰু সৰু বিবাদবোৰ গাওঁমেলতে বিচাৰ কৰি মীমাংসা কৰে। যিবোৰ বিবাদ গাৱঁৰ ৰাইজে নিষ্পত্তি কৰিব নোৱাৰে সেইবোৰহে চৰকাৰৰ আদালতলৈ চালান দিয়ে। পিচে, তেওঁলোকৰ গাৱঁৰ বিশেষত্ব হ'ল এই যে চুৰি, ডকাইটি প্ৰায়ে নহয় বা হ'ব নোৱাৰে। ইয়াৰ ঘাই কাৰণ হ'ল তেওঁলোকৰ ডেকাচাং বা মিচং-বাসী ডেকা চামে ৰাতিয়ে দিনে পহৰা দিয়া বাবে।

গাওঁ মেলত 'ৰাইজেই ৰজা' বুলি বিবেচনা কৰে। চৰকাৰী গাওঁ বুঢ়াক সাক্ষী কৰি লৈ মেলৰ প্ৰত্যেকজন মানুহে বিষয়টোৰ সম্বন্ধে খৰচি মাৰি আলোচনা কৰে। শেষত ৰাইজে যি সিদ্ধান্ত লয় তাক 'আচামী

আৰু ফৰিয়াদি' উভয়ে মানি ললে বিবাদখন ছিগে। যিজন লোক দোষী তেওঁক উচিত মতে দণ্ড বিহে আৰু নিৰ্দোষীজনক মাফ কৰে। কোনো লোকে গোত্ৰৰ বহিৰ্বৈবাহিক নীতি ভঙ্গ কৰিলে বা আন কিছুমান অপকৰ্মত লিপ্ত হলে তেওঁক প্ৰথমতে গাওঁমেলে বিচাৰ কৰে আৰু পাচত দেওশালত পাপৰ পৰা মুক্তি পাবৰ অৰ্থে উদ্ধাৰ পৰাচিত কৰে। আজিকালি গাওঁ পঞ্চায়তৰ জৰীয়তে কিছুমান মোকৰ্দ্দমা বিচাৰ হয়।

**সদৌ অসম দেউৰী সন্মিলন** ঃ— দেউৰীচুতীয়া সকলে সদৌ অসম ভেটিত নিজৰ স্বাৰ্থ বজাই ৰাখিবৰ বাবে আৰু জাতিটোৰ সৰ্ব্বোন্নতিৰ কাৰণে এটি অনুষ্ঠান গঢ়ি তোলে। এই অনুষ্ঠানটিৰ নাম সদৌ অসম দেউৰী সন্মিলন নামেৰে আখ্যা দিয়া হৈছে। ই এটি সামাজিক আৰু ৰাজনৈতিক অনুষ্ঠান হিচাবে জীয়াই আছে। অনুষ্ঠানটিৰ কৰ্ম্মকৰ্ত্তা সকলক তিনিওটা খেলক প্ৰতিনিধিত্ব কৰিব পৰাকৈ গণতান্ত্ৰিক পদ্ধতিৰে নিৰ্ব্বাচন কৰে। সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক আদি ক্ষেত্ৰত যাতে তিনিওটা খেলৰ মানুহক আগবঢ়াই লৈ যাব পাৰে সেয়ে সন্মিলনৰ ঘাই উদ্দেশ্য। সমাজৰ কু-প্ৰবৃত্তিবোৰ আঁতৰাই তাৰ ঠাইত সজ গুণ, সজ পৰামৰ্শ, সদ্‌ভাৱ, সহৃদয়তা আদি গঢ়ি তোলা সন্মিলনৰ আন এটি মহৎ উদ্দেশ্য।

দেউৰীচুতীয়া সকলে অসমৰ ৰাজনৈতিক পথাৰতো আগ ভাগ লৈ অসম আৰু অসমীয়া জাতিৰ বৃহৎ স্বাৰ্থৰ হকে কাম কৰা পৰিলক্ষিত হয়। উদাহৰণ স্বৰূপে ৺ভীমবৰ দেউৰী বি, এল দেৱে ৺বৰদলৈ মন্ত্ৰী সভাত অতি বিচক্ষণতাৰে গড়কাপ্তানী মন্ত্ৰী হিচাবে কাম কৰি তেওঁৰ নিজৰ আৰু জাতিৰ সুনাম ৰাখি থৈ গৈছে। তেওঁ সদৌ অসম দেউৰী সন্মিলনৰ বাহিৰেও 'অসম ট্ৰাইবেল লীগ'ৰ এজন আগৰণুৱা কৰ্ম্মী আছিল। বৰ্তমান দেউৰীচুতীয়া সকলৰ উঠি অহা শিক্ষিত লোকসকলে নানা অনুষ্ঠান সমূহত সহযোগ কৰি বৃহৎ অসম আৰু অসমীয়া সমাজ গঢ়াত যি অৱদান যোগাইছে সেয়া বিশেষ ভাৱে উল্লেখযোগ্য। অসম তথা ভাৰতৰ বৃহৎ স্বাৰ্থৰ অনুকূলে কাম কৰি যোৱাটো তেওঁবিলাকৰ কাম্য।

## বিচু ঃ—দেউৰীচুতীয়াৰ জাতীয় উৎসৱ ঃ

চুতীয়া ভাষাত বিহুক 'বিচু' বুলি কোৱা হয়। 'বি' মানে অতি আৰু 'চু' মানে আনন্দময় বুজায়। গতিকে 'বিচু' শব্দই অতি আনন্দময় এটি উৎসৱক বুজায়। বিচু শব্দটি অপভ্ৰংশ হৈ 'বিহু' শব্দ উৎপত্তি হৈছে।

দেউৰীচুতীয়া সমাজত 'বিচু' মুঠতে তিনিটা। যেনে ঃ বহাগীয় বিচু, কাতি বিচু, আৰু মাঘীয় বিচু। বহাগ, কাতি, আৰু মাঘ মাহত উদ্‌যাপন কৰা বাবেই যথাক্ৰমে বহাগীয়, কাতি আৰু মাঘীয় বিচু বুলি জনাজাত হৈছে। বহাগীয় বিচুত গাঁৱৰ ৰাইজে বেচি ৰং ধেমালি কৰে। 'চুজে', 'কাজি' আৰু বিচু জলপান খোৱাটোও নিয়মিয়াকৈ চলে। কাতি-বিচুত ভড়ালত আৰু পথাৰত শলিতা জ্বলায়। ৰং ধেমালি কৰা নাযায়। মাঘীয় বিচুত খোৱা বোৱা আৰু বিচু নৃত্যগীত গাই স্ফূৰ্ত্তি কৰা দুয়োটাকে সমানে গুৰুত্ব দিয়ে। তিনিওটা 'বিচু' বিচুয়ে তেওঁলোকৰ ধৰ্ম আৰু কৃষি জীৱনৰ লগত জড়িত আছে।

### বহাগীয় বিচু ঃ

চ'ত মাহৰ পোন্ধৰ দিন থকাৰ পৰাই গাঁৱৰ ডেকা-জীয়ৰীয়ে 'বিচু খোলাত' * ৰাতি বিহু কৰে। ইয়াক চ'তৰ বিচু বোলে। ৰাতি ভাত পানী খোৱাৰ পাচত গাঁৱৰ প্ৰত্যেক ডেকা-জীয়ৰীয়ে দল বান্ধি নিৰ্দিষ্ট বিচু খোলাত সমবেত হয়গৈ। তেওঁলোকে তাত মুকলি মনেৰে মুক্ত কণ্ঠেৰে নানা বিহুগীত মাত আৰু নাচ গান কৰি আনন্দত আত্মহাৰা হয়। হিন্দু চুতীয়া সকলৰ পুৰণি চামৰ মানুহেও চ'তৰ পোন্ধৰ দিনৰ পৰা ৰাতি বিহু পাতিছিল। আজিকালি চ'ত মাহৰ মাত্ৰ কেইদিন মান থকাৰ পৰাহে এই ৰাতি বিহু কৰা দেখা যায়। চ'তৰ বিহুৰ কথা হুচৰি গীতত উদ্ধৃত পোৱা যায়—যেনে ঃ

---

* বিচু খোলা ঃ এডোখৰ নিৰ্দিষ্ট ঠাই, য'ত গাঁৱৰ ডেকা-জীয়ৰীয়ে বিহু কৰে।

"গামোচা ঐ টঙালি ঐ,
চ'তৰ বিহু যাই ধেমালি ঐ'।
গামোচা গামোচা কৰ ডেকাইত,
চ'তৰ বিহু যায় ধেমালি ঐ'।"

চ'ত মাহৰ এসপ্তাহ মান থাকোতে জীয়ৰী-বোৱাৰী সকলে বিহুৰ বাবে কাপোৰ-কানি বৈ উলিয়ায়। নতুন বছৰ আৰম্ভ হোৱা লগে লগে সকলো মানুহে নতুন কাপোৰ পিন্ধাটো নিয়ম। তাৰোপৰি হুচৰি গোৱা ডেকা সকলকো গামোচা এখনেৰে শৰাই দিলেহে সন্মান ৰয়। ডেকা সকলে 'হুচৰি গীতে'ৰে গৃহস্থক গামোচা আদায় কৰা--প্ৰমাণ পোৱা যায়। যেনে :

"গামোচা থৈছে বৈয়ে শৰীলৰে,
গামোচা এখন দিয়া দলিমাৰি,
ৰাইজৰ মনতো ৰঙে শৰীলৰে
গামোচা এখন কিনো ডাঙৰ দেখিলা
এজোপা কপাহৰ হয়ে শৰীলৰে
এপেচা সূতাৰে হয়ে শৰীলৰে···
এনিশা কাটিলে হয়ে শৰীলৰে"···

তিৰোতা সকলে পূজাত ব্যৱহাৰৰ কাৰণে আৰু ঘৰত খাবৰ বাবে ঘৰত মিঠাতেল পেৰে। চুজে আৰু বিচু জলপান তৈয়াৰ কৰে। বহাগৰ প্ৰথম মঙ্গল বাৰৰ দিনা অৰ্থাৎ বিচু পূজাৰ আগ দিনা তেওঁলোকে নানাবিধ বনৰীয়া শাক-পাচলি সংগ্ৰহ কৰে। সেইবোৰ খালে বছেৰেকলৈ ৰোগৰ পৰা মুক্ত হয় বুলি জনবিশ্বাস আছে। গধূলি প্ৰত্যেক ঘৰেই খিন পেলাই ঘৰ শুচি কৰে। এই বিষয়ে চতুৰ্থ অধ্যায়ত বৰ্ণনা কৰা হৈছে। প্ৰত্যেক ঘৰৰ গৃহস্থই গৰুক নতুন বছৰত বান্ধিবৰ বাবে তৰা বচি বাতে। চেমনীয়া লৰাবোৰে গা ধুই লাউ, বেঙেনা, হালধি, থেকেৰা চকলিয়াই তাৰে চাকি সাজে। গৰু-গাইক পিন্ধাবৰ বাবে তং লতীৰে মালা গাঁথে।

নিশা বিহু : সেই দিনা সন্ধ্যা হোৱাৰ পাচত ডেকা-জীয়ৰীয়ে ভাত পানী খাই বৈ বিচু খোলাত বিহু কৰে। সাধাৰণতে সুবিধা অনুযায়ী আৰু ডেকা-জীয়ৰীৰ ইচ্ছামতে গাঁৱৰ এঘৰ মানুহৰ চ'তালত



বিচু খোলা পতা হয়। তেওঁলোকে নানা বিচু-গীত যেনে আৱৰৰ, হুৰাই ৰাঙালী, হাঁচটি, চিলম, চিলম, আৰু সাধাৰণ বনগীত গাই নাচিবাগি গোটেই নিশাটো তাতে কটায়। সেই বিহুত আন কি গাঁৱৰ বুঢ়াবুঢ়ী সকলৰো গা উঠে। অলপ সময়ৰ বাবে হলেও তেওঁলোকে বিহুত সহযোগ কৰে। বিহু বলিয়া ডেকাহঁতে সেই নিশাতে নিজৰ নিজৰ পুৰণা চোলা কাপোৰ নষ্ট কৰি পেলায়। কাৰণ, নতুন বছৰ আৰম্ভ হোৱা লগে লগে নতুন সাজপাৰ পৰিধান কৰা হয়। মনৰ বেয়া ভাৱবোৰো সেই নিশাই আঁতৰাই পেলায়। ৰাতিপুৱা হোৱা লগে লগে 'বিচু খোলা'ৰ গৃহস্থই ৰাইজক শৰাই দি সেৱা লৈ আশীৰ্বাদ গ্ৰহণ কৰে। সামৰ্থ্য অনুযায়ী ৰাইজক চুজে কাজিও খুৱায়।

**গৰুবিহু** ( **মুচু জিকুৰে** ) :—খেতিয়ক শ্ৰেণীৰ বাবে গৰু অপৰিহাৰ্য্য। সেইবাবে তেওঁলোকে গৰুক সন্মান কৰি চলে। ইয়াক কাটিব মাৰিব নাপায়। মহা পাপ লাগে। বহাগৰ প্ৰথম বুধবাৰে ৰাতিপুৱা গাঁৱৰ সকলোৱে তেওঁলোকৰ নিজৰ নিজৰ গৰু-গাইবোৰ নৈ পাৰলৈ খেদাই নিয়ে। সেইদিনা ৰাইজে গৰু খেদাবৰ বাবে বাঁহৰ এছাৰিৰ পৰিবৰ্ত্তে দীঘলতি, মাখিয়তি ব্যৱহাৰ কৰে। কাৰণ নতুন বছৰত গৰুক মাৰিব নাপায়। শাওপাত লাগিব বুলিও বিশ্বাস। বোৱতি নৈ'ৰ নিৰ্মল পানীৰ দ্বাৰা গৰুক গা ধুৱায়। পাচত লাউ, বেঙেনা, থেকেৰা, হালধি চকলবোৰ 'চাঁকিৰ' পৰা উলিয়াই প্ৰত্যেক গৰুৰ গা' লৈ মৰা হয়। সেইবোৰ মাৰিবৰ সময়ত এইদৰে গোৱা হয় :
"লাউ খা, বেঙেনা খা, থেকেৰা খা, হালধি খা, মাৰ সৰু, বাপেৰ সৰু তই হবি বৰ বৰ গৰু।"

মহা মন্ত্ৰ যেন এই কথা ফাকিৰ দ্বাৰা এইটো উপলব্ধি কৰিব পাৰি যে তেওঁলোকে সদায় গৰুক ডাঙৰ দীঘল আৰু মঙ্গলে থকাটো ইচ্ছা প্ৰকাশ কৰে। গৰু গা ধোৱাৰ পাচত মাহ-হালধীৰে গা-পা ধোৱা নিয়ম। কাৰণ বছৰটোলৈ খহু-কাৰু নহয় বুলি বিশ্বাস আছে। তাৰ পাচত ডেকাবিলাকে কণী যুজায়। কণী যুজালে বছেৰেকলৈ মূৰ নুঘুৰাই বুলি ধাৰণা কৰে। কোনো কোনো গাঁৱৰ মানুহে গৰুৰ ডিঙিত তংলতীৰ মালা পিন্ধায়। গধূলি নতুন তৰা

জৰিৰে গোহালিত গৰু বন্ধা হয়। গৰুৰ বাবে সুকিয়াকৈ তৈয়াৰ কৰা পিঠা খুউৱা হয়। এইদৰে গৰুক অতি আদৰ সাদৰ কৰি গৰু বিহু পালন কৰে।

দেউৰীচুতীয়া সম্প্ৰদায়ৰ বাহিৰে আন কেইটা ঠালৰ চুতীয়া লোকসকলে সংক্ৰান্তিৰ দিনাই গৰু বিহু অনুষ্ঠিত কৰে। তাৰ পাচদিনা অৰ্থাৎ বহাগ মাহৰ প্ৰথম দিনাৰ পৰা প্ৰায় এসপ্তাহলৈকে মানুহ বিহু উদ্‌যাপন কৰে। হিন্দুধৰ্ম গ্ৰহণ আৰু জ্যোতিষ শাস্ত্ৰ, পঞ্জীকা আদি চৰ্চ্চা কৰাৰ ফলতে বিহু পালন কৰা দিনটো সলনি হ'ল বুলি ধৰিব পাৰি।

**মানুহ বিহু** ঃ- গৰু বিহুৰ পাচদিনা অৰ্থাৎ বহাগ মাহৰ প্ৰথমটো বৃহস্পতিবাৰে মানুহ বিহু আৰম্ভ হয়। তেওঁলোকে কমেও এই বিহু এসপ্তাহমানলৈকে মহা প্ৰয়োভৰে পালন কৰে।

**মিম * হাবেৰুৱা** ঃ—প্ৰত্যেক গৃহস্থই বৃহস্পতিবাৰে ৰাতিপুৱাতে গা-পা ধুই পূৰ্ব পুৰুষৰ পূজা পাতে। এই পূজা শেষ নোহোৱা পৰ্য্যন্ত ঘৰৰ কোনো মানুহে বিহুৰ জলপান, চুজে কাজি খাব নোৱাৰে। খালে অমঙ্গল হয় বুলি বিশ্বাস আছে। গৃহস্থই বাৰীৰ পাচফালে এডোখৰ ঠাই চফা কৰি তাত দীঘলকৈ মাটিৰে বেদী সজা হয়। তাৰ ওপৰত পাত পাৰি বিহুৰ বাবে তৈয়াৰ কৰা নানা জলপান, চুজে, মৃতক সকলৰ নামে নামে বাওঁ হাতে অৰ্পণ কৰে। এই সকাম শেষ হোৱাৰ পাচত ঘৰৰ মানুহে খোৱা বোৱা কৰে। তেনে সকাম নাপাতিলে মৰা মৃতকসকলে ঘৰৰ লোক সকলক বিঘিনি ঘটাব পাৰে বুলি বিশ্বাস কৰে। বিহুৰ গোটেই সপ্তাহটো গঞা ৰাইজে ইঘৰ সিঘৰ ফুৰি বিহু জলপান প্ৰধানকৈ চুজে আৰু কাজি খাই আনন্দ উপভোগ কৰে। বয়সস্থ লোকক বিশেষকৈ শশুৰ শাশুক বোৱাৰীয়েকহঁতে আৰু জী-জোৱাঁয়েকহঁতে তামোল-পাণ, টকা, মদৰ টেকেলি আদি দি সেৱা লৈ বছৰটোলৈ মঙ্গলে থাকিবৰ বাবে আশীৰ্বাদ গ্ৰহণ কৰে। আন

* মিম—মৰা, মৃতক, পূৰ্বপুৰুষ ; হাবেৰুৱা--খুউৱা। সাহিত্যিক অৰ্থত 'মিম হাবেৰুৱা' মানে পূৰ্বপুৰুষৰ পূজা কৰা বুজায়।



হিন্দু সমাজৰ অতিথি অহিলেও তেওঁলোকে চুজে আৰু কাজিৰ দ্বাৰাহে প্ৰথমতে শুশ্ৰুষা কৰে।

বহাগীয় বিচুৰ আন এটি আকৰ্ষণীয় বিষয় হ'ল—হুচৰি। যি বছৰত হুচৰি গোৱা হয় তাৰ আগতে দেওশালৰ পূজাৰী বিষয়াৰ পৰা অনুমতি লব লাগে। নহলে হুচৰি গাব নোৱাৰে। দেৱ-দেৱীয়ে অমঙ্গল ঘটাব পাৰে বুলি তেওঁলোকে বিশ্বাস কৰে। ডেকা-জীয়ৰীয়ে বিচু খোলাৰ পৰা গৈ প্ৰথমতে দেওশালৰ প্ৰাঙ্গনত হুচৰি আৰম্ভ কৰে। তাৰ পাচত বৰদেউৰী, বিচু খোলাৰ গৃহস্থৰ ঘৰত গাই গাঁৱৰ এমুৰৰ পৰা হুচৰি গোৱা নিয়ম। প্ৰতি গৃহস্থই হুচৰিৰ শেষত তামোল-পাণ, টকা-পয়চাৰ সৈতে শৰাই আগবঢ়াই ডেকা-জীয়ৰীক সেৱা লয়। ৰাইজে গৃহস্থৰ মঙ্গলৰ অৰ্থে শুভাশীৰ্বাদ দিয়ে। ডেকাল'ৰাহঁতে হুচৰি গীতৰ মাধ্যমেৰে গৃহস্থক শৰাই উলিয়াই দিবলৈ মিনতি জনায় ঃ—

"মাদৈ পচলা মাদৈ ফুলে মলা,
গিৰিহঁত ঐ খৰকৈ যতন কৰা।
জুৰুলি হৈ গ'ল ধামে শৰিলৰে,
গিৰিহঁত ঐ খৰকৈ যতন কৰা।

দিব যে এগুণ হব চাৰিগুণ,
চিচি নৈ বোৱাদি বৰ দেউহঁত,
লোৱা গৰখীয়াৰ বৰে না দেউহঁত,
টোমে টোমে কৰি আশীৰ্বাদ আনিছো;
ভকতৰ বৰতে হব বৰ মানুহ,
গৰুও হব, মহো হব
ভড়ালত বাঢ়িব ধান।"

হুচৰি গাওঁতে যিখিনি টকা-পইচা উঠে সেইখিনি ডেকা ল'ৰা আৰু জীয়ৰী ছোৱালীৰ পুঁজিত বেলেগে বেলেগে জমা ৰাখে। যিবোৰ গামোচা, চেলেং চাদৰ উঠে সেইবোৰ কম দামত বিক্ৰী কৰি ধনখিনি জমা ৰখা হয়। হুচৰি গোৱাত যিখিনি ধন সংগ্ৰহ হয় সেইখিনি ৰাজহুৱা কামত ব্যয় কৰা হয়। তাৰোপৰি ডেকা আৰু জীয়ৰীয়ে বিহুৰ শেষত এটা ৰাজহুৱা ভোজ খোৱাৰ বাবেও কিছু অংশ ধন ব্যয় কৰে।

হুচৰি গীতবোৰ চুতীয়া ভাষা আৰু অসমীয়া ভাষাৰ মাধ্যমেৰে গোৱা হয়। দিবঙীয়া খেলৰ মানুহে প্ৰায়ে চুতীয়া ভাষাত গীতবোৰ গায়। বৰগঞা আৰু টেঙাপনীয়া খেলৰ মানুহে আকৌ অসমীয়া ভাষাৰ জৰীয়তে বিহুগীতবোৰ গায়। বিহুগীতবোৰত সাধাৰণতে তেওঁলোকৰ জাতীয় জীৱনৰ কিছুমান লাগতীয়াল কথা উল্লেখ পোৱা যায়। বিহু নাম-গুণবোৰ 'চাৰি শাল' দেৱ-দেৱীয়ে সৰ্জন কৰা কথা এনেদৰে পোৱা যায় ঃ—

''হুৰে হুৰে গীতকে কোনে সৰজিলে,
আই চাৰি শালি সেয়ে সৰজিলে।"

ওপৰত উল্লেখ কৰা 'চাৰিশালি'য়ে—বুঢ়াবুঢ়ী, তাম্ৰেশ্বৰী, বলিয়া বাবা আৰু পাতৰ শালক বুজাইছে। তেওঁলোকে বহাগ বিহু উৰুৱা দিনা (বিচু দাবেৰুৱা) গোৱা আবৰৰ গীতত কুণ্ডিমামাৰ (হিন্দুৰ মতে শিৱ-পাৰবতী) কথা নিহিত হৈ আছে। বিচুৰ উৎপত্তিৰ প্ৰধান উৎস হ'ল কুণ্ডিগিৰা মামা আৰু আবৰচী।

তেওঁলোকৰ বিহু গীতবোৰত বুৰঞ্জীমূলক কথা কিছুমানো সাঙোৰ খাই আছে ঃ যেনে

"শদিয়াত উপজিল শদিয়াল দেউৰী,
মহঙত উপজিল লোণ।
শামুকৰ পেটত মাণিক উপজিল
মৰি মৰি উপজিল জোন ॥"

মিচিমি বিদ্ৰোহৰ ফলত তেওঁলোকে কুণ্ডিল নগৰ এৰি অহা কথা হুচৰি নামতো উদ্ধৃত পোৱা যায়—

"নৰায়ে নমালে নৰা জাংফাই,
মিচিমিয়ে নমালে যাঠী,
আই চাৰিশালি নামি আহিলে,
সোণৰে জখলা কাটি।
"কুণ্ডিলৰ আগাৰি গোদাকৈ শিমলু,
পৰ্বতৰ আগাৰি মেৰু,
শুনিবা শুনিবা বিনন্দিয়া ডেকাবোৰ,
তাতে ওলাই জাংফাই কেৰু।"



জৈদাম পৰ্বতত টেঙাপনীয়া খেলৰ মানুহে বলীয়া বাবা থান ঘৰ পতাটো এটা সত্য ঘটনা। সেই কথা এফাকি হুচৰি নামত উদ্ধৃত পোৱা যায়। যেনে—

"এৰেম এৰিলে খেৰেমত ধৰিলো
জৈদামত পাতিলে থান"।
জৈদাম পৰ্বতত চাই পঠিয়াও
শদিয়াৰ পুতলা ঘোৰা,
মিৰি দেখিলো, মিচিমি দেখিলো,
আবৰু দেখিলো হোৰা।

হুচৰি গীত আৰু বিহু নামবোৰত তেওঁলোকৰ জীৱন দৰ্শনৰ কিছুমান ভাৱধাৰা সোমাই আছে ঃ

"সোণৰে জখলা ৰূপৰ হাতামাৰি,
আহে গোসানীয়ে নামি।
চালেও নাৰাখে বেৰেও নাৰাখে,
নাৰাখে ত্ৰিদেশৰ দেৱে,
আমাৰ গোসানীয়ে নাৰাখে মানে
ৰাখোতা নহইছে কেৱে।
মৰিব এবাৰ ঐ জীৱবো এবাৰ,
যমলৈ নকৰো ভয়,
জীয়াই থাকো মানে পিন্ধিবি উৰিবি
মৰিলে পাবলৈ নাই।

মানুহৰ জীৱন ক্ষন্তেকীয়া। তেওঁলোকে মানুহৰ জীৱনটোক কচু পাতৰ পানীৰ লগত তুলনা কৰে। গতিকে মানুহে ইহ সংসাৰত যি কেইদিন জীয়াই থাকে সেই কেইদিন খাই বৈ, পিন্ধি উৰি আনন্দত জীৱন অতিবাহিত কৰিব লাগে। ভৱিষ্যত জীৱনটোৰ কথা ভাবি গুণি একো লাভ নাই।

''পচা শৰীলক যতন কৰিবা
জীৱ কচুপাতৰ পানী,
যেতিয়া পাবাগৈ কালৰ বৰঘৰ
যমে লৈ যাব টানি।"

"কালৈ সাচিলি জপাৰ বৰকাপোৰ
কালৈ সাচিলি ধন,
জপাৰ বৰ কাপোৰ জপাত পচিব
হাড়ত গজিব বন।"

বহাগীয় বিচুৰ বিদায়ৰ দিনটো ডেকা-গাভৰুৰ কাৰণে অতি মৰ্মান্তিক। বহাগৰ বিহুটি যেতিয়া যাবলৈ উপক্ৰম কৰে তেতিয়া তাক আনকি ধন দিও ৰাখিব নোৱাৰে।

"চ'ততে কান্দিলে চতুৰা চৰাইটি,
কান্দে বহাগতে কুলি।
অতিকৈ চেনেহৰ বহাগৰ বিহুটি
হাততে মলঙি যায়,
ৰঙালি বিহুটি যায় ছাটি মাৰি
ধনদি ৰাখোতা নাই ॥

**বিচু দাবেৰুৱা** ঃ—বহাগ মাহৰ প্ৰথমটো বৃহস্পতিবাৰে মানুহ বিহু আৰম্ভ কৰি পিচৰটো বৃহস্পতিবাৰে বিহু উৰুৱা হয়। বিহু উৰুৱাকে বিচু দাবেৰুৱা বোলে। এই দিনা ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী সকলোৱে দেওশালৰ চ'তালত সমবেত হয়। তেওঁলোকে দলবান্ধি বেলেগে বেলেগে দেৱ-দেৱীৰ উদ্দেশ্যে, আবৰব, হুৰাই ৰাঙলী, চিলম চিলম, দন্দাই আদি গীত গাই নৃত্য পৰিবেশন কৰে। সেই দিনাৰ আন এটি বিশেষত্ব হ'ল দেওধ্বনি নৃত্য। খেল অনুযায়ী বুঢ়ী নাইবা মতা মানুহ দেওধ্বনি উঠে। গাঁৱৰ পূজাৰী বিষয়াই দেওধ্বনিক তামোল-পাণৰ টোপোলা অৰ্পণ কৰি ভৱিষ্যত বাণী শুনে। ব্যক্তি বিশেষেও নিজৰ ভৱিষ্যত মঙ্গল অমঙ্গলৰ বিষয়ে দেওধ্বনিক সোধে আৰু তাৰ পৰিত্ৰাণৰ বাবে পাচত যথোচিত সকাম পাতে।

দেউৰী-চুতীয়া বিহু উৰুৱা চাবলৈ বহুত দূৰ-দূৰণিৰ পৰা জাতি-বৰ্ণ নিৰ্বিশেষে মানুহ আহে। পিচে, তেওঁলোকক দেওশালৰ চাৰি সীমাৰ ভিতৰত সোমাবলৈ দিয়া নহয়। বাহিৰৰ পৰা বিহু চাব পাৰে। ভিতৰত সোমালে দেওশাল অপৱিত্ৰ হব। তাৰোপৰি অমঙ্গল ঘটিব পাৰে। দেওশালৰ পৰা ডেকা-জীয়ৰীয়ে আৰু বাকী ৰাইজে বিহু কৰি কৰি গাঁৱৰ পৰা ভটিয়াই গৈ এডোখৰ ঠাইত নিজৰ নিজৰ টকা-মাৰি পেলাই



থৈ আহে। ঘূৰি আঁহোতে উলটি চাব নাপায়; কাৰণ বিহু গাত লাগি আহে বুলি বিশ্বাস কৰে। ইয়াকে বিহু উৰুৱা বোলে। বিহু উৰুৱাৰ পাচদিনা বৰগঞা আৰু টেঙাপনীয়া খেলৰ মানুহে পাচবিহু বা ৰাজবন সকাম গাঁৱৰ নামনিত নৈৰ পাৰত অনুষ্ঠিত কৰে। ইয়াত দেৱ-দেৱী সকলৰ বাবে পূজা-পাতল দি ৰাইজৰ সৰ্বতোপ্ৰকাৰে মঙ্গল কামনা কৰা হয়।

## কাতি বিচু ঃ

আজিকালি কাতি মাহত বিহু উৎসৱ পতা নহয়। তাৰ ঠাইত লখিমী সবাহ উদ্‌যাপন কৰা হয়। গাৱঁৰ এডোখৰ ঠাইত গাৱঁৰ সকলো ৰাইজে একত্ৰিত হৈ কল, পিঠা, তামোল-পাণ আদিৰে লক্ষ্মী দেৱীৰ অৰ্থে অৰ্পণ কৰা হয়। কাতি মাহত ধান গেৰ হয়। গতিকে তাৰ ফল ভাল হোৱা উদ্দেশ্যেৰে এই সবাহ অনুষ্ঠিত কৰা হয়।

ইয়াৰ উপৰিও দিবঙীয়া খেলৰ মানুহে ভড়ালত আৰু পথাৰত মিনুচী অৰ্থাৎ লক্ষ্মী দেৱীৰ অৰ্থে কুকুৰা কাটি তাৰ ৰক্ত আৰু মূৰ অৰ্পণ কৰে। এনে পূজা-পাতল নকৰিলে খেতিৰ উৎপাদন বৃদ্ধি নহয় বুলি বিশ্বাস আছে। কাতি মাহৰ সংক্ৰান্তিৰ দিনাখনৰ সন্ধিয়া ভড়ালত আৰু পথাৰত মিঠাতেলৰ বন্তি জ্বলোৱা নিয়ম আছে। হিন্দু চুতীয়া সকলেও কাতিমাহত কল, পিঠা, তামোল-পাণ আদিৰে নামঘৰত লখিমী সবাহ পাতে। গাৱঁৰ বুঢ়া-বুঢ়ী, ডেকা-জীয়ৰী, ল'ৰা-ছোৱালী সকলোৱে সদলবলে লখিমীৰ নামগুণ গাই পানীৰ জান বা ঢলাৰ পৰা পানী তুলি আনে। পানীত পুথিমাছ বা যি কোনো মাছ (শিঙি, কুচিয়া, শাল বাদ দি) পালে সমাজৰ মঙ্গল বুলি ধাৰণা কৰে। সবাহৰ শেষত গাৱঁৰ প্ৰত্যেক গৃহস্থই এচুঙাকৈ লখিমী জল নামঘৰৰ পৰা নি তেওঁলোকৰ ভড়ালৰ খুটা এটাত বান্ধি থয়। এনে কৰিলে লখিমী বাঢ়ে বুলি মানুহৰ বিশ্বাস আছে।

হিন্দু চুতীয়া সকলৰ আয়তীসকলে লখিমী সবাহ বা পানী তোলা সবাহত গোৱা নাম কেইফাকিমান তলত উদ্ধৃত কৰা হ'ল ঃ—

"কুবেৰক খোজাগৈ কঠীয়া মহাদেউ,
সাগৰক খোজাগৈ মাটি,
আমাৰ চহৰলৈ আহা লক্ষ্মী আই,
গোপিনীয়ে কৰিছে তুতি।

সাগৰৰ মাজতে কি কৰা লক্ষ্মী আই,
পদ্ম ফুলকে ধৰি,
আমাৰ চহৰলৈ আহা লক্ষ্মী আই
গুটি লমা লমে ধৰি ।

কি কৰা লক্ষ্মী আই
সাগৰতে বহি,
লাহে লাহে উঠি আহা
লাখুটিতে ধৰি ।

শিৰত লৈ আহিছো ফুলে নিৰ্মালি
শৰাইত লৈ আহিছো গুৱা,
আমাৰ লক্ষ্মী আইক শিৰত লৈ আনিছো
ভূ-সাগৰৰে পৰা ।"

## মাঘীয় বিচু ঃ

মাঘীয় বিচু বহাগীয় বিচুৰ দৰেই মাঘৰ প্ৰথমটো বুধবাৰে দেওশালত মাঘীয় বিচু পূজা কৰে । এই পূজাৰ সম্বন্ধে চতুৰ্থ অধ্যায়ত আলোচনা কৰা হৈছে। পূজাৰ পাচদিনা অৰ্থাৎ বৃহস্পতিবাৰৰ দিনাখনৰ পৰা এসপ্তাহলৈকে গাৱঁত বিহু পালন কৰে । এই বিচু উৎসৱত খোৱা-বোৱা আৰু আনন্দ উপভোগ কৰা দুয়োটা সমানে চলে ।

মাঘ মাহৰ প্ৰথমটো বৃহস্পতিবাৰে পুৱতি নিশাতে ডেকা ল'ৰাইঁতে মেজি জুই জ্বলায় । জীয়ৰীইঁতেও আগতে বেলেগে মেজি জুই জ্বলাইছিল । আজিকালি প্ৰায়বোৰ গাৱঁতে এই ৰীতিটো ক্ৰমান্বয়ে লুপ্ত পাবলৈ ধৰিছে । জুই মানুহৰ দৈনন্দিন জীৱনত নহলেই নহয় । সেইবাবে অগ্নিক তেওঁলোকে দেৱতাৰূপে জ্ঞান কৰে । মেজি জ্বলি থকা অৱস্থাত ৰাইজে পৱিত্ৰ ভাৱেৰে তাত কাঠ আলু, মিঠা আলু, মাহ কড়াই, তামোল-পাণ, অৰ্পণ কৰে আৰু সেৱা জনায় । হিন্দু চুতীয়া সকলে পুহৰ সংক্ৰান্তিৰ দিনা মেজি পোৰে আৰু ভোজ ভাত খায় । তেওঁলোকৰ বিশ্বাস যে ভীষ্মৰ মৃত্যু সংক্ৰান্তিৰ দিনা হৈছিল । সেইবাবে তেওঁলোকে বছৰে বছৰে তেওঁৰ মৃত্যু দিৱস পালন কৰে । এই ভাৱধাৰা তেওঁলোকে হিন্দুৰ ধৰ্মশাস্ত্ৰৰ পৰা গ্ৰহণ কৰিছে ।



মাঘৰ প্ৰথম বৃহস্পতিবাৰে ৰাতিপুৱা বহাগীয় বিচুৰ দৰে পূৰ্বপুৰুষৰ পূজা ( মিম হাৰেবোবা ) অনুষ্ঠিত হয় । তাৰ পাচত গঞা ৰাইজে এসপ্তাহলৈকে বিচু পালন কৰে । এই বিচুত বিশেষকৈ ডেকা-জীয়ৰীয়ে ঘৰে ঘৰে বিহু নাম গাই নাচি বাগি দলে দলে বিহু কৰি ফুৰে । দিবতীয়া খেলৰ মানুহে ঘৰৰ ভিতৰত বিহু কৰে, গৃহস্থই তেওঁলোকক চুজে আৰু কাজি খুৱায় । গৃহস্থই তামোল-পাণ, টকা-পয়চা সৈতে শৰাই আগবঢ়াই ৰাইজৰ পৰা আশীৰ্ব্বাদ গ্ৰহণ কৰে । বিহু নাচ গান কৰাৰ উপৰিও ডেকা-জীয়ৰীয়ে, ঘিলা খেল, ধুপ খেল, তাচ পাতৰ খেল আদি খেলি আনন্দ উপভোগ কৰে । এইদৰে বিচু উৎসৱে দেউৰী চুতীয়াৰ সামাজিক আৰু ধৰ্ম্মৰ গাঁথনি সুদৃঢ় কৰি ৰখাত সহায় কৰে ।

×o×

# চতুৰ্থ অধ্যায়

## ধৰ্ম্ম-বিশ্বাস

এই অধ্যায়ত দেউৰীচুতীয়া সকলৰ ধৰ্ম্ম-বিশ্বাসৰ বিষয়ে কেইটি-মান দিশ আলোচনা কৰা হৈছে।

দেউৰীচুতীয়া সকলৰ মতে যি ধৰ্ম্মত বিভিন্ন দেৱ-দেৱী, ভূত-প্ৰেত আত্মা আদিৰ অস্তিত্ব উপলব্ধি কৰা হয় আৰু ব্যক্তি, সমাজ, পোহনীয়া জীৱ-জন্তু, পশু-পক্ষী, শস্যাদিৰ মঙ্গল আৰু বৃদ্ধিৰ বাবে তেওঁলোকৰ উদ্দেশ্যে তন্ত্ৰ-মন্ত্ৰ গায় পশু-পক্ষী বলিদান দি পূজা-সেৱা কৰা হয় সেয়ে হ'ল দেউৰীচুতীয়াসকলৰ ধৰ্ম্ম।

আদিতে তেওঁলোকে কুণ্ডিল ৰাজ্যত থাকোতে চাৰি খেলৰ মানুহে চাৰিখন দেওশালত ৰাজ্যৰ সকলো মানুহৰ মঙ্গলৰ বাবে পূজা অৰ্চ্চনা কৰিছিল। দিবং নৈৰ পাৰত থকা দিবঙীয়া সকলে কুণ্ডিমামা বা গিৰা-গিৰাচী বা বুঢ়া-বুঢ়ী শালত, বৰনৈ পাৰত থকা বৰগঞাসকলে তাম্ৰেশ্বৰী মন্দিৰত আৰু টেঙাপানী নৈৰ কাষত থকা টেঙাপানীয় সকলে বলিয়া বাবা থানত পূজা-পাতল দিছিল। সেইদৰে পাতৰ-গঞাসকলে পাত-শদিয়াৰ পাতৰ শালত গৌৰীনাথ সিংহৰ দিনত (১৭৮০-৯৪) পূজা কৰিছিল। দেউৰীচুতীয়া সকলে সেই ঠাই এৰিব লগাত পৰিছিল। বৰ্ত্তমান তেওঁলোকৰ তিনিওটা খেলৰ মানুহক ন'শদিয়া আৰু লোহিত জিলাৰ কোনো কোনো অঞ্চলত বাস কৰা পোৱা যায়। দিবঙীয়া খেলৰ মানুহে পুৰণি বুঢ়া-বুঢ়ী শালৰ তেওঁ-লোকৰ বছেৰেকীয়া পূজা-সেৱা চলাইছে। চুণপুৰাৰ ওচৰত বাস কৰা বৰগঞা সকলে নতুনকৈ তাম্ৰেশ্বৰী মন্দিৰ নিৰ্ম্মাণ কৰি ধৰ্ম্মকাৰ্য্য সম্পাদন কৰিছে। লুইত জিলাৰ অন্তৰ্গত মাধবপুৰত বসবাস কৰা টেঙাপানীয় ৰাইজে বলিয়াবাবা থানত পূজা-পাতল চলাইছে। এইদৰে এতিয়াও দেউৰী-চুতীয়া সকলে কুণ্ডিলৰ লগত শাৰীৰিক আৰু আধ্যাত্মিক হিচাবে সম্পৰ্ক অটুত ৰাখিছে।

দেউৰীচুতীয়া সকলৰ বিশেষত্ব হ'ল এয়ে যে তেওঁলোকে য'তেই গাওঁ পাতি থাকে তাতেই একোখন দেওশাল নিৰ্ম্মাণ কৰি লয়। কাৰণ দেওশালখনেই হ'ল তেওঁলোকৰ জাতীয় জীৱনৰ প্ৰধান



কেন্দ্ৰস্থলি য'ত গাঁৱৰ ৰাইজৰ সৰ্ব্বতোপ্ৰকাৰে মঙ্গলৰ বাবে দেৱ-দেৱী সকলৰ তুতি-মিনতি কৰা হয়।

তলৰ চিত্ৰ নং ৩, ৪, ৫, ৬, ক্ৰমান্বয়ে দিবঙীয়া, বৰগঞা, টেঙাপনীয়া, হিন্দুচুতীয়া সকলৰ দেওশাল আৰু নামঘৰ গাঁথনি সম্পৰ্কে দেখুৱা হ'ল।




চিত্ৰ—৩

দিবঙীয়া খেলৰ মিদিকুঁ

১নং চিত্ৰ দিবঙীয়া খেলৰ মিদিকুঁ (দেওশাল)ৰ গাঁথনি :—

'মিদিকুঁ'ৰ চৌহদত কেবাটাও দেওঘৰ থাকে। চিত্ৰত থকা 'ক' নং ঘৰটোক 'কুণ্ডি মামা য়াঁ' বা কুণ্ডিমামা থকা ঘৰ বুলি কোৱা হয়। এই ঘৰটোত মুঠ ৫ গৰাকী দেৱ-দেৱী থাকে। যেনে—কুণ্ডি মামা, আবৰচী, কুণ্ডিয় পিচা, চাইগুৰু কুণ্ডি আৰু কোঁৱৰ কুণ্ডি। 'খ' নং ঘৰটো সাধাৰণতে বলি-বিধান দিবৰ বাবে ব্যৱহাৰ কৰা হয়। এই দুয়োটা ঘৰৰ দুৱাৰ পশ্চিম ফালে আছে।

উত্তৰ ফালে থকা 'গ' নং ঘৰটো চুণ কেটেৰী নুমাল কোৱৰী য়া' বুলি জনাজাত। ওপৰত উল্লেখ কৰা দ্‌গৰাকী দেৱীৰ নামেৰে এই ঘৰটোৰ নামাকৰণ কৰা হৈছে। উক্ত দ্‌গৰাকী দেৱীয়ে ইয়াত বাস কৰে। ঘৰটো পূৰা-পশ্চিম মুৱা দীঘলকৈ সজা আৰু ইয়াৰ দৰজাখন দক্ষিণলৈ মুখ কৰা।

'গ' নং ঘৰটোৰ মুখে মুখে যিটো 'ঘ' নং ঘৰ আছে তাক জাকৰুৱা 'য়াঁ' বোলে। অৰ্থাৎ ইয়াত জাকৰুৱা হিচাবে মুঠ ৭ জন দেৱতা থাকে। যেনে—গাইলুৰুং কুঞ্জি (বা বলিয়া বাবা), গাইলুচা হায়া, জিমলুচা হায়া, কৰচিৰজা কুণ্ডি, আচিপতাল দ্‌য়া, দ্‌লিয়া-নুলিয়া আৰু চলবল কুণ্ডি।

জাকৰুৱা য়াঁৰ কাষতে যিটো 'ঙ'নংৰ ঘৰ আছে তাক নিয়ামা আচঁ বোলে। ইয়াত দেৱ-দেৱী সকলৰ উদ্দেশ্যে ৰন্ধা-বঢ়া কৰা হয়। গতিকে ইয়াক ৰান্ধনি ঘৰ বুলিও কোৱা হয়। পূজাৰী সন্থাৰ ৰান্ধনি বিষয়াই ৰন্ধা বস্তুহে দেৱ-দেৱী সকলে ভক্ষন কৰে। বাহিৰত ৰন্ধা বস্তু চুৱা বুলি ভৰা হয়, গতিকে তেনে বস্তু দেৱ-দেৱী সকলক উচৰ্গা কৰা নহয়।

চিত্ৰত থকা 'চ'নং ঘৰটো খোলাকৈ ৰাখে আৰু ইয়াক তুলাকোচা থাঁ বা বাটচ'ৰা ঘৰ বুলি কয়। এই ঘৰটো পূজাৰী সকলে পূজাৰ আগতে যাবতীয় বয়বস্তু, পাত-পত্ৰ, তামোল-পাণ আদি যা-যোগাৰ কৰি লবৰ বাবে ব্যৱহাৰ কৰে।

**মৰংঘৰ** (নেংছ) :—দেওশালৰ চাৰিবেৰৰ সীমাৰ বাহিৰত থকা মৰংঘৰটোত ৰাইজে ভোজ ভাত খায়।

এই ঘৰটোত খোৱা-বোৱা কৰা বাবে অশুচি হয় আৰু সেইকাৰণে দেওশালৰ পৰা সদায় আঁতৰত লোৱা হয়। দেউৰী পূজাৰীয়ে পূজা কৰাৰ পাচত হাঁহ, পাৰ, ছাগলি, কুকুৰা আদি মাংসৰ সৈতে গাৱঁৰ ৰান্ধনি সকলে ভোজভাত খায়। ইয়াত ৰন্ধা-বঢ়া বস্তু দেওশালৰ চাৰি সীমাৰ ভিতৰলৈ নিয়া নিষেধ। দেওশাল অপবিত্ৰ হব। দেৱমন্দিৰ সদায় পবিত্ৰ ধৰ্মনুষ্ঠান। ইয়াৰ উপৰিও কেচানাদ, পুখুৰী আৰু দমকল

মিদিকু—মিদি শব্দই দেৱতা আৰু 'কু' শব্দই ঘৰ বুজায়। য়াঁ শব্দই ঘৰ বুজায়।



দেওঘৰৰ সীমাৰ বাহিৰত লয়। কাৰণ থান ঘৰলৈ সোমোৱাৰ আগতে সকলো মানুহে ভৰি-হাত ধুই পৰিষ্কাৰ হৈ লোৱা নিয়ম। অপৰিষ্কাৰ বা অশুচি গাৰে দেও ঘৰলৈ সোমাব নাপায়। যদি কোনোবাই সোমায় তেন্তে দেৱ-দেৱী সকলে দোষ ধৰিব বুলি বিশ্বাস আছে।




চিত্ৰ—৪
বৰগঞা খেলৰ তাম্ৰেশ্বৰী মন্দিৰ

## গোসানীশাল বা তাম্ৰেশ্বৰী মন্দিৰ (২নং চিত্ৰ)

বৰগঞা সকলৰ গোসানীশালত মুঠ ৩টা ঘৰ পোৱা যায়। ২নং চিত্ৰত থকা 'ক' ঘৰটো মণিকূট আৰু 'খ' ঘৰটোক হাদুৰা বোলে। মণিকূটত দেৱীৰ বাবে বেদী স্থাপন কৰা হয় আৰু তাত দেৱীয়ে স্বয়ং বাস কৰে বুলি জন-বিশ্বাস আছে। মণিকূটৰ লগত লাগি থকা 'খ' ঘৰটোত উজনিত এটি বেদী আছে য'ত পূজাৰী সকলে পূজাৰ সময়ত হাঁহ, পাৰ, ছাগলি বলিবাহন দিয়ে।

পূৰ্বতে তেওঁলোকৰ গোসানীশালৰ ছালখন তামৰ আছিল বুলি তাম্ৰেশ্বৰী মন্দিৰ নামেৰে জনাজাত আছিল। তাত বাস কৰা অধিষ্ঠাত্ৰী

দেৱীগৰাকীৰ নাম তামৰ মাই বোলা হৈছিল। আজিকালি তামৰ সলনি সুবিধা অনুযায়ী টিনপাত ব্যৱহাৰ কৰা হৈছে। অৱশ্যে আজি-কালিও তামৰ বস্তু যেনে কলহ, বাতি, কাঁহি আদি গোসানীশালৰ পবিত্ৰ বুলি ধৰা হয়। গোসানীশালৰ বাহিৰত থকা ঘৰটো ৰাইজে ভোজ ৰন্ধা-বঢ়া আৰু খোৱাৰ বাবে ব্যৱহাৰ কৰে। হাদুৱা আৰু ভোজ খোৱা ঘৰ দুটাত বেৰ নিদিয়ে, খোলাকৈ ৰাখে।

থান ঘৰ (চিত্ৰ নং ৩) :-

টেঙাপনীয়া সকলৰ থান ঘৰৰ চৌহদত কেইবাটাও বেলেগ বেলেগ ঘৰ পোৱা যায়। ইয়াৰে পূৱ ফালে থকা ঘৰটো বলিয়াবাবা মন্দিৰ




চিত্ৰ নং ৫

টেঙাপনীয়া খেলৰ থান ঘৰ

বুলি জনাজাত। এই দেৱ মন্দিৰটো মণিকূট 'ক' আৰু চ'ৰাঘৰ 'খ'ক লৈ গঠন হৈছে। মণিকূটত প্ৰধানকৈ ৪ গৰাকী দেৱ-দেৱী থাকে যেনে শিৱশিয়া, ন-কোঁৱৰ (শিৱৰ পুতেক), ন-ভনী আৰু সাগৰ গচিয়াচী (লখিমী)। চ'ৰাঘৰটো (খ নং চিত্ৰ) খোলা আৰু ইয়াত উত্তৰ পূৱ



ফালে এটা বেদী আছে যাক হাদুৱা বুলি কোৱা হয়। হাদুৱাত দেৱ-দেৱীৰ অৰ্থে বলি দিয়া হয়।

উত্তৰ ফালে থকা ঘৰটো ইন্দ্ৰ দেৱতাৰ মন্দিৰ। মণিকূট (গ) আৰু চ'ৰাঘৰ (ঘ) লৈ এই দেৱ-মন্দিৰ গঢ়া হৈছে। মণিকূটত ইন্দ্ৰ দেৱতা আৰু গঙ্গাদেৱী বাস কৰে। চ'ৰাঘৰত পূজাৰ যাবতীয় বস্তু যোগাৰ কৰি লোৱা হয়।

থান ঘৰৰ দক্ষিণ ফালে থকা দেৱ-মন্দিৰৰ মণিকূটত (ঙ নং) শিৱশিয়া বমিয়া, সাত কোঁৱৰ আৰু সৰস্বতী দেৱীয়ে স্থিতি লয়। চ'ৰা ঘৰৰ হাদুৱাত দেৱ-দেৱীৰ অৰ্থে ছাগলি, হাঁহ, পাৰ, কুকুৰা আদি বলি দিয়া হয়।

থান ঘৰৰ সন্মুখত পশ্চিমলৈ এটা খোলা ঘৰ পোৱা যায়---ইয়াক বাটচ'ৰা ঘৰ (ছ নং) বোলে। এই ঘৰ হৈ থানঘৰলৈ সোমোৱা হয়। ইয়াত চন্তাৰী বা পহৰাদাৰী থাকে। গতিকে সহজতে যেই কোনো মানুহ সোমাব নোৱাৰে।

ভোজ খোৱা ঘৰটো (জ নং) থান ঘৰৰ বাহিৰত লোৱা হয়। ইয়াৰ ওচৰত টিউবৱেল, নাদ, বা পুখুৰী লোৱা হয়।

এই খিনিতে উল্লেখ কৰা ভাল হব যে হিন্দু চুতীয়া সকলৰ প্ৰত্যেক গাঁৱতে পূৰ্ব্বৰ দেওশালৰ পৰিবৰ্ত্তে 'নামঘৰ' (চিত্ৰ নং ৪) প্ৰতিষ্ঠা কৰা হয়। তেওঁলোকে চুতীয়া ধৰ্ম এৰি মহাপুৰুষীয়া পন্থা অৱলম্বন কৰা হেতুকে নামঘৰৰ উৎপত্তি হ'ল। ডিব্ৰুগড়ৰ কোনো কোনো চুতীয়া গাঁৱত ১৯ শতিকালৈকে দেওঘৰ নিৰ্মাণ কৰি তাত ছাগলি, হাঁহ, পাৰ, বলি দিছিল। পূজাৰী সকলৰ ভিতৰত তেৱেঁ আটাইতকৈ সন্মানিত লোক।

**সৰুদেউৰী** :—বৰদেউৰীৰ অনুমতি সাপেক্ষে আৰু তেওঁৰ অনুপস্থি-তিত সৰুদেউৰীয়ে বলি কাটিব পাৰে। বৰদেউৰী থকা সময়ত সৰুদেউৰীয়ে তেওঁক সকলো কামতে যা-যোগাৰ কৰি সহায় কৰি দিয়ে।

**বৰভৰালী** :—বলিৰ সময়ত বৰভৰালীয়ে জীৱ-জন্তুৰ আগঠেং ধৰে। বৰদেউৰীৰ অনুমতি পালে বৰভৰালীয়েও বলি দিব পাৰে। যদি কোনোবা গাঁৱত বৰদেউৰী আৰু সৰুদেউৰী নাথাকে তেতিয়া ৰাইজে অনুমতি আৰু ভাৰ দিলে বৰভৰালীয়েও বৰদেউৰীৰ কাম পৰিচালনা

কৰিব পাৰে। টেঙাপনীয়া পূজাৰী সন্থাৰ বৰভৰালীয়ে জাতি বা আন জাতিৰ মানুহে অনা শৰাই আৰু জীৱ-জন্তু আশীৰ্বাদ দি গ্ৰহণ কৰে।

**সৰু ভৰালী** ঃ—বৰদেউৰীয়ে যেতিয়া বলি দিয়ে তেতিয়া সৰুভৰালীয়ে জন্তুৰ পাচ ঠেং ধৰে। তাৰোপৰি তেওঁ পূজাৰ সময়ত বস্তু যোগাৰ দি দেউৰী, বৰভৰালী সকলক সহায় কৰে। টেঙাপনীয়াৰ-সৰুভৰালীয়ে অপকৰ্ম কৰা লোকক শান্তিপানী দি পৱাচিত কৰে।

**খেলুৱা বৰা** ঃ—তেওঁ গাঁৱৰ ৰাইজৰ পৰা কুকুৰা, হাঁহ, পাৰ, আদি তুলি দেওশালত জমা দিয়ে।

**বৰা** ঃ—টেঙাপনীয়া সমাজত বৰ বিষয়াই পূজাৰ সময়ত মাহ প্ৰসাদৰ শৰাই সজাই-পৰাই দি পূজাৰী সকলক সহায় কৰে। দিবঙীয়া সকলৰ 'বৰাই' পূজাৰ বাবে টকা-পয়চা, তেল আদি সংগ্ৰহ আৰু আন কামত পূজাৰী সকলক সহায় কৰে।

**বাৰিক** ঃ—তেওঁ গাঁৱৰ ৰাইজক পূজাৰ বিষয়ে হাল খতি কৰিবলৈ বা অনান্য কামৰ বাবে মহৰ শিঙৰ পেঁপা বজাই আগতীয়াকৈ জাননি দিয়ে। কোনো কোনো গাঁৱত বাৰিকে ৰাইজৰ পৰা পূজাৰ কাৰণে চাউল সংগ্ৰহ কৰে। তাৰোপৰি পূজাৰ প্ৰসাদ বিতৰণ কৰাটোও তেওঁৰ কাম।

অসমৰ সত্ৰ সমূহৰ ঘাইকৈ আউনি আটি, গড়মূৰ আদি গুৰু গোঁসাই আৰু তেওঁলোকৰ প্ৰতিনিধি সকলৰ প্ৰভাৱত পৰি জীৱ হত্যা কৰি পূজা-পাতল কৰা প্ৰথা এৰি মহাপুৰুষীয়া ৰীতি-নীতিৰে গাঁৱৰ সকাম নিকাম কৰিবলৈ ধৰিলে।

চুতীয়া বা অসমীয়া মানুহৰ নামঘৰ আৰু দেউৰীচুতীয়া দেও-শালৰ ভিতৰত কিছু মিল দেখা যায়। নামঘৰৰ মণিকূট 'ক' আৰু দেওশালৰ মণিকূট প্ৰায় উত্তৰ দক্ষিণ কৈ বনোৱা হয়। নামঘৰ (খ) আৰু দেওশালৰ চ'ৰাঘৰটো প্ৰায়ে পূব-পশ্চিমকৈ বনোৱা হয়। চ'ৰাঘৰৰ হাদ্‌ৰা আৰু নাম ঘৰৰ থাপনা ভেটিৰ সামঞ্জস্য আছে। মাত্ৰ দেওশালৰ মণিকূটত দেৱ-দেৱী আৰু নামঘৰৰ মণিকূটত ভগৱানৰ স্থিতি বিশ্বাস কৰা হয়। দ্বিতীয়তে দেওশালত বলি বিধান আছে আৰু



নামঘৰত তেনে ব্যৱস্থা নাই! কেচা উপকৰণৰ সৈতে ভগৱানৰ নামগুণ গোৱা হয়। এয়ে পাৰ্থক্য। কিন্তু এই খিনিতে মন কৰিব লগা বিশেষ এটা কথা আছে যে দেউৰীচুতীয়া সকলেও প্ৰথম ভাগ পূজা কৰোতে কেচা মহা-প্ৰসাদ, কল, তামোল-পাণহে ব্যৱহাৰ কৰে। পাচতহে 'ৰাজসিক' আৰু তামসিক পদ্ধতিৰে পূজা-পাতল কৰে। পৰম্পৰাগত এই পূজা-পদ্ধতি তেওঁলোকৰ সমাজত চলি আছে।

## দেওশাল আৰু পুৰোহিত সন্থা ঃ—

দেউৰীচুতীয়াৰ প্ৰত্যেক দেওশালতে এটা পুৰোহিত সন্থা থাকে। প্ৰত্যেক সভ্যকে বেলেগ বেলেগ নাম আৰু নিৰ্দ্দিষ্ট কামৰ দায়িত্ব ভাৰ দিয়া হয়। তেওঁলোকৰ ভিতৰত 'চাৰি দেউৰী' যেনে—বৰদেউৰী, সৰুদেউৰী, বৰভৰালী আৰু সৰুভৰালী প্ৰধান। ইয়াৰ বাহিৰেও খেলুৱা বৰা, বৰা, বাৰিক, ভোগ ৰান্ধনি, পৰিয়া আদি বিভিন্ন নামেৰে পূজাৰী বিষয়া নিৰ্ব্বাচিত কৰি পুৰোহিত সন্থা গঠন কৰা হয়। দেউৰী বিষয়া সকলৰ প্ৰত্যেকৰে দেওশালৰ প্ৰতি দায়িত্ব আৰু কৰ্ত্তব্যৰ বিষয়ে তলত বিবৰণ দিয়া হ'ল ঃ—

**বৰদেউৰী** ঃ—যি জন লোকে বৰদেউৰী পদবী পায় তেওঁ দেৱ দেৱীলৈ অৰ্পণ কৰা পশু-পক্ষীবোৰ বলি দিয়ে।

**ৰান্ধনি** ঃ—দেৱ-দেৱীৰ অৰ্থে ৰান্ধনিয়ে ৰান্ধনি শালত পৰমান্ন, বিহুৰ সময়ত নানা পিঠা-পনা ৰান্ধি বৰদেউৰী আৰু তেওঁৰ সহকৰ্ম্মী সকলক আগবঢ়াই দিয়ে।

**পৰীয়া** ঃ—টেঙাপনীয়া সকলৰ থান ঘৰৰ ৪ জন পৰীয়া থাকে। তেওঁলোকে পূজাৰ সময়ত পূজাৰী সকলক বলি-বাহনৰ কামত সহায় কৰে। তাৰোপৰি দেওঘৰৰ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ দায়িত্ব তেওঁলোকৰ ওপৰত। ভোজ ৰন্ধা-বঢ়া কামতো তেওলোকে সহায় কৰে। পূজাৰীক খুৱাবৰ কাৰণে পৰীয়াই ৰান্ধিব লাগে। পৰীয়া সকলক ডেকা চামৰ পৰা চাৰি দেউৰীয়ে নিৰ্ব্বাচিত কৰি শিষ্য কৰি লয়। পূজাৰী সকলে তেওঁলোকক সকলো নীতি-নিয়ম শিকাই বুজাই লয়। তেওঁলোকে

ভালদৰে থান ঘৰৰ নিয়ম মানি চলিব পাৰিলে ভৱিষ্যতে পূজাৰী বিষয়া হোৱাৰো সম্ভাৱনা থাকে।

### পূজাৰী বিষয়া বচা নিয়ম ঃ—

পূজাৰী সন্থাৰ পদৰ বাবে মানুহ বচা কিছুমান বিশেষ নীতি আছে। যাকে তাকে তেওঁলোকে পূজাৰী বিষয়া নাপাতে। মানুহজন নিঘূণী, নিষ্পাপী, সাপে নদকা, বেঙে নুমুতা, চৰাই-শগুণে বিষ্ঠা ত্যাগ নকৰা হ'ব লাগে। মানুহজন শাৰীৰিক মানসিক উভয়তে সবল সুঠাম আৰু সমাজকৰ্মী হব লাগে। তাৰোপৰি প্ৰত্যেক বিষয়াকে নিৰ্দিষ্ট একোটি গোত্ৰৰ পৰা বচা হয়।

বৰদেউৰী পদৰ বাবে দিবঙীয়া সমাজে চুন্দাৰিয় গোত্ৰৰ পৰা, বৰগঞা সকলে ইকুচাৰু গোত্ৰৰ পৰা আৰু টেঙাপনীয়া লোকে মাচিয়টিকাৰ পৰা মানুহ বাচে। সৰুদেউৰী জনক দিবঙীয়া, বৰগঞা আৰু টেঙাপনীয়া সকলে যথাক্ৰমে পাত্ৰীয়, চিমুচাৰু আৰু বিকৰমীয়াটিকাৰ পৰা নিৰ্ব্বাচন কৰে। বৰ ভৰালীৰ বাবে দিবঙীয়াই আইৰিয়, বৰগঞাই হিজাৰু, টেঙাপনীয়াই ফঁাফাৰিয়া টিকাৰ পৰা মানুহ নিযুক্ত কৰে। সৰুভৰালীৰ কাৰণে দিবঙীয়াই আইৰিয়, টেঙাপনীয়াই খুটিয় টিকাৰ পৰা মানুহ বাচি লয়। দিবঙীয়াই চাৰিয় গোত্ৰৰ পৰা, টেঙাপনীয়াই খুটিয় টিকাৰ দ্বিতীয় পৰ্য্যায়ৰ পৰা, আৰু বৰগঞাই লুফাৰু বংশৰ পৰা বৰা বিষয়া নিৰ্বাচন কৰে। টেঙাপনীয়া সকলে তেওঁলোকৰ চেনাবাঁহিয় টিকাৰ পৰা 'বাৰিক' বিষয়া নিযুক্ত কৰে। এইদৰে সমাজৰ প্ৰত্যেক গোত্ৰক সাঙুৰি লৈ পূজাৰী বিষয়া নিৰ্বাচন কৰি গাঁৱৰ দেৱ-মন্দিৰবোৰ সুচাৰুৰূপে পৰিচালনা কৰে। এইদৰে সমাজখনক একগোট কৰি ৰখাত দেওশালে সহায় কৰে।

গাওঁমেলত প্ৰথমতে বিষয়া জনক বচা হয়। তাৰ পাচত তেওঁক দেওশালত বৰদেউৰীয়ে শুচি কৰে। দিবঙীয়া দেওশালৰ চৌহদত এজনী গাহৰি আৰু কুকুৰা পোৱালী ৪ টা তল ফালেদি কাটি দেৱ-দেৱী সকলৰ উদ্দেশ্যে পূজা কৰা হয়। এই পূজাক চুচেংনা লাকুৱা অৰ্থাৎ শুচি কৰি লোৱা বুলি কয়। বৰদেউৰীয়ে তামৰ কলহৰ পৰা তংলটি (কিমাৰু) দ্বাৰা শান্তিজল চটিয়াই বিষয়াজনক শুচি কৰে। এই সকামৰ পাচৰ পৰাই বিষয়াজনে দেওঘৰত পূজা-পাতলত সহযোগ



কৰিব পাৰে। এইখিনিতে উল্লেখ কৰা ভাল যে বৰগঞা আৰু টেঙাপনীয়া থানঘৰৰ চৌহদত গাহৰি বলি দিয়া নিয়ম নাই।

**দেওশালত কৰা কেইটিমান পূজা ঃ**—তিনিও খেলৰ মানুহে মাহে মাহে থানঘৰত পূজা-পাতল কৰে। তেওঁলোকৰ বছেৰেকীয়া পূজা-পাতলবোৰ চিত্ৰ নং ৮,৯,১০,১১, ত দেখুৱা হ'ল। তেওঁলোকৰ দেওশালৰ পূজাবোৰৰ ভিতৰত বহাগীয় বিচু পূজা, ৰাজকেবাং, শাওণীয় পূজা বা নধানৰ পূজা আৰু মাঘীয় বিচু পূজা আদিয়ে প্ৰধান। বাকী মাহেকীয়া পূজাবোৰো খেতিয়ক শ্ৰেণীৰ কাৰণে অতি আৱশ্যক বুলি বিবেচনা কৰা হয়।




চিত্ৰ নং—৮

দিবঙীয়া খেলৰ মিদিকুঁত কৰা বছেৰেকীয়া সকামৰ চিত্ৰ

**বহাগীয় বিচুপূজা ঃ**—বহাগ মাহৰ প্ৰথমটো বুধবাৰে দেওশালৰ পুৰোহিত সন্থাই বহাগীয় বিচুপূজা অনুষ্ঠিত কৰে। দিবঙীয়া সকলে সাধাৰণতে চৈধ্যটা পোৱালি কুকুৰা ডিঙিৰ তলফালেদি কাটি তাৰ ৰক্ত আৰু মূৰ দেৱ-দেৱীৰ ওচৰত অৰ্পণ কৰে। বৰগঞাসকলে ছাগলী, হাঁহ, পাৰ আদি বলি দিয়ে। ম'হ বলি দিবলৈ হলে দেওশালৰ

চ'তালত ডাঙৰ শাল পাতি বলি দিয়ে। টেঙাপনীয়া খেলৰ মানুহে থানঘৰত হাঁহ, পাৰ, ছাগলী, কুকুৰা বলি দি দেৱ-দেৱীসকলক পূজে। প্ৰায়বোৰ বলিৰ পশু-পক্ষী গাঁৱৰ ৰাইজৰ পৰাই সংগ্ৰহ কৰা হয়। কেতিয়াবা আন সম্প্ৰদায়ৰ মানুহ যেনে, কছাৰী, আহোম, মজদুৰ লোকেও ব্যক্তিগত বা সমাজৰ মঙ্গলৰ কাৰণে হাঁহ, ছাগলী দেৱ-দেৱীক উচ্ছৰ্গা কৰে। সেইবোৰ দেউৰী পূজাৰীয়ে মন্ত্ৰমাৰি বলি দিয়ে। বলিৰ পাচত কোনোবাই ইচ্ছা কৰিলে নিজৰ বলিৰ বস্তু ঘৰলৈ নিব পাৰে।

পূজাৰ বলি-বিধান শেষহোৱাৰ পাচত ৰাইজে মৰংঘৰ বা ভোজনালয়ত মাংস, মদ, ভাত আদিৰে এটা ভোজ খায়। খোৱাৰ আগমুহূৰ্ত্তত খেল অনুযায়ী দেৱ-দেৱী সকলৰ অৰ্থে অলপ অলপ ভাত আৰু ভাজি (কাজি) মাটিত অৰ্পণ কৰে। তাৰ পাচত হে ৰাইজে খায়। দেউৰী পূজাৰীসকলে তেওঁলোকৰ পুৰোহিত কাৰ্য্যৰ বাবে বেলেগকৈ মাংসৰ টোপোলাৰ ভাগ পায়। সেইবোৰ তেওঁলোকে ঘৰলৈ লৈ যায়। তিৰোতা সকলে দেওশালৰ পূজাৰ ভোজত সহযোগ কৰাটো নিষেধ। কাৰণ তেওঁলোকক অশুচি বুলি গণ্য কৰা হয়। বাহিৰা মানুহে একে লগে বহি ভোজভাত খোৱাটো নীতি বিৰুদ্ধ কাম বুলি ধৰা হয়।

তেন্তে এই বিচু পূজা কৰাৰনো মূল উদ্দেশ্য কি? তাক আমি ফঁহিয়াই চালে দেখা পাওঁ যে তেওঁলোকৰ সমাজখনৰ খেতিৰ লগত নিবিড়ভাৱে সম্বন্ধ আছে। খেতি আকৌ বছৰৰ ঋতুৰ লগত জড়িত আছে। খেতিৰ উৎপাদন-শক্তি বৃদ্ধি কৰা, সমাজৰ, দেশৰ পোহনীয়া পশু-পক্ষী আদিৰ সৰ্বপ্ৰকাৰ মঙ্গল কামনা কৰা বাবে দেৱ-দেৱী সকলক তুতি-মিনতি কৰা হয়। এই পূজা নকৰিলে দেওশালৰ দেৱ-দেৱীয়ে ৰাইজৰ বিলাই বিপত্তি ঘটাব পাৰে। গাঁৱৰ ৰাইজে কুণ্ডি-মামাই উৎপত্তি কৰা বিচু-উৎসৱ, ভালদৰে পালন কৰিব নোৱাৰিব পাৰে। গাঁৱত ডেকা-জীয়ৰীয়ে দেৱ-দেৱীক সন্তুষ্ট কৰি লব লাগে। নহলে তেওঁলোকৰ অপায় অমঙ্গল হ'ব পাৰে।

**মিদিদেকৱা বা ৰাজকেবাং** ঃ—বহাগীয় বিচুপূজাৰ পাচত দিবঙীয়া-খেলৰ মানুহে মিদিদেকৱা বা ৰাজকেবাং সকাম পাতে। এই সকামত



তেওঁলোকে চৌষঠি দেৱ-দেৱীৰ অৰ্থে পূজা-পাতল দিয়ে। এই পূজা দেওশালৰ বাহিৰত পূজাৰী আৰু দেওধাই সকলৰ দ্বাৰা অনুষ্ঠিত হয়। তেওঁলোকে দেৱ-দেৱী-সকলৰ উদ্দেশ্যে পশু-পক্ষী বলি-বিধান দি তুতি-মিনতি কৰি ৰাইজৰ সৰ্বতোপ্ৰকাৰ মঙ্গল কামনা কৰে। এই সকাম কৰিলে খেতিৰ উৎপাদন বৃদ্ধি আৰু পোহনীয়া জীৱ-জন্তু আদিৰ মঙ্গল হয় বুলি জনবিশ্বাস আছে। পূজাৰ শেষত ৰাইজে মৰংঘৰত ভোজভাত খায়।




চিত্ৰ নং—৯

বৰগঞা খেলৰ তাম্ৰেশ্বৰী মন্দিৰত কৰা বছেৰেকীয়া সকামৰ চিত্ৰ

**শাওণীয় পূজা বা ন ধানৰ পূজা** ঃ—পূৰ্বতে দেউৰীচুতীয়া সকলে প্ৰধানকৈ আহু খেতি কৰিছিল। বৰ্ত্তমান তেওঁলোকে শালিখেতি কৰাৰ ওপৰত বেচি প্ৰাধান্য দিছে যদিও পুৰণি আহু খেতি কৰিবলৈ এতিয়াও এৰা নাই। আহুধান যাতে প্ৰচুৰ পৰিমাণে উৎপাদন হয় সেইবাবে শাওণীয় পূজা পাতে। পূৰ্বতে এই পূজাত বৰগঞা খেলৰ মানুহে নৰবলি পৰ্য্যন্ত দিছিল। আজিকালি তাৰ ঠাইত বগা কোমোৰা

বলি দিয়ে। তাৰোপৰি ৰাইজৰ ফালৰ পৰা সমূহীয়া হিচাবে ছাগলী, হাঁহ, পাৰ আদি বলি দিয়া হয়। প্ৰথমতে কল, মাহ-প্ৰসাদৰ সৈতে আৰম্ভ কৰে।

দিবঙীয়া সকলে তেওঁলোকৰ দেৱালয়ত পূজালৈ এসপ্তাহ মান থকাৰ আগতে 'কলপোতা' সকাম পাতে। গাঁৱৰ পৰা কেচাকল সংগ্ৰহ কৰি দেওশালৰ এডোখৰ নিৰ্দিষ্ট ঠাইত থকা গাঁৰত পোতে। পূজাৰী-সকলে ভালদৰে কল পকিবৰ কাৰণে কুণ্ডিমামাক প্ৰাৰ্থনা জনায়। তাৰ এসপ্তাহৰ পাচত বিশেষকৈ শাওণ মাহৰ প্ৰথম বুধবাৰৰ দিনা চাৰি দেউৰী আৰু আন বিষয়াৰ সৈতে মিলি সমূহ ৰাইজৰ উপস্থিতিত দেৱ-দেৱী সকলৰ কাৰণে পূজা-অৰ্চনা কৰে।

প্ৰথমতে পূজাৰীসকলে মাহ-প্ৰসাদ, কল, তামোল-পাণ, মিঠাতেলৰ শলিতা জলাই নৈবেদ্যবোৰ দেৱ-দেৱী সকলৰ বেদীত অৰ্পণ কৰে। তাৰ পাচত বৰদেউৰীয়ে পোৱালি কুকুৰা ১৪ টা ডিঙিৰ তলেদি কাটে আৰু তেওঁৰ সহকৰ্মীসকলে তাৰ ৰক্ত আৰু মূৰ দেৱ-দেৱী সকলক উচৰ্গা কৰে। টেঙাপনীয়া ৰাইজে তেওঁলোকৰ বলিয়াবাবা থানত ৰাজহুৱা হিচাবে




চিত্ৰ নং—১০

টেঙাপনীয়া খেলৰ থান ঘৰত কৰা বছেৰেকীয়া সকামৰ চিত্ৰ



ছাগলী দুটা বলি দিয়ে। 'পাতদঙা' পূজাত ছটা কুকুৰা কটা নিয়ম। এইদৰে তিনিওখেলৰ মানুহে প্ৰথমতে মাহ-প্ৰসাদেৰে আৰু তাৰ পাচত বলি-বিধানেৰে শাওণ মাহত বৰপূজা পাতে। পূজাৰ শেষত তেওঁলোকে ভোজ ভাত খায়। দিবঙীয়া খেলৰ মানুহে এই পূজাৰ পাচত ভাদ মাহত 'মুক' চিকা' অৰ্থাৎ ন'খোৱা সকাম পাতে। তাৰ পাচত ৰাইজে ঘৰে ঘৰে ন'ভাত খায়।

**মাঘীয় বিচু পূজা** ঃ—বহাগীয় বিচুৰ পূজাৰ দৰে মাঘীয় বিচু পূজাও দেওশালত অনুষ্ঠিত কৰে। বহাগীয় বিচুত দিয়া উপকৰণৰ বাহিৰেও সান্দহ, কড়াইগুৰি, গোমধানৰ গুৰি, আৰু নানা পিঠা-পনা দেওশালৰ ৰান্ধনিয়ে বনায়। চাৰিদেউৰীয়ে সেইবোৰ আন প্ৰসাদৰ সৈতে দেও-শালৰ দেৱ-দেৱী সকলক অৰ্পণ কৰে। কাৰণ নৰমনিষে বিচুজলপান নিজে লোৱাৰ আগতে থান ঘৰৰ দেৱ-দেৱী সকলক পূজাৰ ভাগ নিদিলে নান বাধা-বিঘিনি ঘটাব পাৰে।

পূজাৰ দিনা পুৱাতে টেঙাপনীয়া খেলৰ মানুহে সুৰচনী পূজা পাতে। সুৰচনীৰ আন এটা নাম হ'ল ঘৰদেৱতা। বৰগঞা আৰু টেঙাপনীয়া খেলৰ মানুহে খিন পেলায় অৰ্থাৎ ঘৰ শুচি কৰে। তাৰ পাচতহে থান ঘৰলৈ যাব পাৰে। পূজা-পাতলত সহযোগ কৰিব পাৰে। এই দুয়ো খেলৰ মানুহে একোটাকৈ আমৰলিয়া হাঁহ আৰু কেতিয়াবা পাঠা ছাগলীও বলি দি পূজা অনুষ্ঠিত কৰে।

**মিমহাৰেকুৱা** ঃ—চুতীয়া ভাষাত 'মিম' শব্দই পূৰ্বপুৰুষ আৰু হাৰেকুৱা শব্দই খুৱাই দিয়া বুজায়। সাহিত্যিকৰ অৰ্থত মিমাহাৰেকুৱা মানে পূৰ্বপুৰুষৰ পূজা কৰাক বুজায়। অসমীয়াত ইয়াক বছেৰেকীয়া শ্ৰাদ্ধ বুলি জনা যায়।

এই সকাম বছেৰেকত এবাৰকৈ পিতৃৰ মৃত্যুৰ মাহত গৃহস্থৰ বাৰীত কৰা হয়। গৃহস্থই এটা গাহৰিৰ ডিঙিত তল ফালেদি কাটি তাৰ তেজ ভাগে ভাগে মৃতক সকলৰ নামে নামে অৰ্পণ কৰা হয়। আনহাতে দেওধাইজনে বলিয়া চমন, ঘিলা কোঁৱৰ, বিন কোঁৱৰ দেৱতা সকলক মতা কুকুৰা তলফালেদি কাটি তাৰ তেজ উচৰ্গা কৰি পূজা কৰা হয়। ইয়াৰ পাচত বেলেগ বেলেগকৈ মাংস আৰু ভাত ৰান্ধি মৃতক সকলক

গৃহস্থই আৰু দেৱতা সকলক দেওধায়ে অৰ্পণ কৰে। মৃতক আৰু দেৱতা সকলক দিয়া বস্তুবোৰ খাব নাপায়। পাচত, ৰাইজে ভাত, গাহৰি মাংস, কুকুৰা মাংস, চূজে আদিৰে এটা ভোজ ভাত খায়। এই সকামৰ দ্বাৰা গৃহস্থৰ সৰ্বতোপ্ৰকাৰ মঙ্গল কামনা কৰা হয়। যদি কোনোবা মানুহে এনে সকাম নাপাতে তেতিয়া তেওঁৰ ঘৰত নানা বাধা-বিঘিনি, অপায়-অমঙ্গল হয় বুলি বিশ্বাস কৰে। দেওধায়ে গাহৰিৰ আগ মঙহ চাই (বিকা চাই) গৃহস্থৰ আগন্তুক শুভ-অশুভৰ কথা কব পৰাটো মিমহাৰেকুৱা সকামৰ এটি লক্ষ্য কৰিব লগা কথা। তাৰোপৰি এনে সকামে বংশ পৰিয়াল আৰু গাঁৱৰ সকলো লোকক একগোট কৰি ৰখাত সহায় কৰে।

আগতে উল্লেখ কৰি অহা হৈছে যে তেওঁলোকে বহাগীয় বিচু, মাঘীয় বিচুত বহাগ আৰু মাঘ মাহৰ প্ৰথমটো বৃহস্পতিবাৰে পূৰ্বপুৰুষ সকলৰ পূজা অনুষ্ঠিত কৰে। দিবঙীয়া খেলৰ মানুহে এনে সকাম ঘৰৰ পাচফালে কৰে। সেইদৰে টেঙাপনীয়া খেলৰ মানুহেও পিণ্ড দান কৰে। বৰগঞা খেলৰ মানুহে ঘৰৰ ভিতৰত কৰে। বিচুৰ পিঠা পনা, আলু-কচু, ভাজি, মদ ইত্যাদি বস্তুৰে মৃতকসকলৰ অৰ্থে পিণ্ড দান দিয়ে। মিমহাৰেকুৱা সকামৰ বাহিৰেও তেওঁলোকে সাতপুৰুষীয়া আৰু ন পুৰুষীয়া সকাম পাতি পূৰ্বপুৰুষ সকলৰ পৰা শুভেচ্ছা কামনা কৰে।

**ইয়ই মিদি (আই সভা)** :—দেউৰীচুতীয়া সকলে বছেৰেকত অন্ততঃ এবাৰ ৰাজহুৱা হিচাবে আই সভা পাতে। কেচা ফল-মূল, কল, পিঠা, পাণ-তামোল আদিৰে এই সভা গাঁৱৰ পৰা ভটিয়াই নৈৰ কাষত পাতে। গাঁৱৰ সকলো ল'ৰা-ছোৱালী বুঢ়া, বুঢ়ী, ডেকা, জীয়ৰীয়ে ইয়াত সহযোগ কৰে।

গাঁৱৰ পৰা ভটিয়াই এডোখৰ ভাল ঠাইত ৰভা সাজি কল পটুৱাৰে ধুনীয়াকৈ নাও সাজে। বৰ দেউৰী আৰু আন পূজাৰী সকলে নৈবেদ্যবোৰ কল পটুৱাৰ নাৱত আই সকলৰ বাবে অৰ্পণ কৰে। পূজাৰী সকলে গাঁৱৰ মঙ্গলৰ বাবে আইসকলক মিনতি কৰে। আয়তী সকলে আই নাম গাই আই সকলক গাঁৱৰ পৰা আঁতৰি যাবলৈ তুতি-মিনতি কৰে।



সভা শেষ হলে প্ৰসাদৰ সৈতে নাওখন নৈৰ ভটিয়নি পানীত উটুৱাই দিয়ে। তেওঁলোকৰ বিশ্বাস যে এই নাৱতে আই সকল গাঁৱৰ পৰা আঁতৰি যায়। তেওঁলোকৰ সমাজত আৰু এটা এনে বিশ্বাস আছে যে যদি নাওখন ভটিয়াই নগৈ কেনেবাকৈ গাঁৱৰ ফালে অলপ উজাই আহে তেতিয়া গাঁৱৰ ৰাইজৰ অমঙ্গল হ'ব পাৰে। তেনে অৱস্থাত উপনীত হলে ৰাইজে পুনৰ সেই সকাম পাতিব লগাত পৰে।

কেতিয়াবা ঘৰত ল'ৰা-ছোৱালী বা ডাঙৰ মানুহৰ আইয়ে দেখা দিলে তিনি চাৰি গৰাকী তিৰোতা মানুহে কেচা ফল-মূলেৰে আৰু কেতিয়াবা পায়সেৰে আই সকাম পাতে। আইসকলৰ উদ্দেশ্যে আই নাম গাই অসুখ ভাল হ'বৰ কাৰণে প্ৰাৰ্থনা জনায়।




চিত্ৰ নং—১১

হিন্দুচুতীয়া সকলৰ নামঘৰত কৰা বছেৰেকীয়া সকাম।

হিন্দু চুতীয়া ঠালৰ আইসকলে তেওঁলোকৰ নামঘৰত তিনি-দিনিয়াকৈ আৰু বছেৰেকত এবাৰ আই সভা অনুষ্ঠিত কৰে। কেচা ফল-মূল, মাহ-প্ৰসাদ, কল, কুঁহিয়াৰ, নাৰিকল, ইত্যাদি উপকৰণেৰে

শৰাই আগবঢ়ায়। গাঁৱৰ নামতীয়ে আই নাম লগাই দিয়ে আৰু বাকী আইসকলে সমস্বৰে গায়। আই নামৰ জৰীয়তে আইসকলক তুতি-মিনতি কৰে। গাঁৱৰ মঙ্গলাৰ্থে আই সভা পাতে। আই সভাত গোৱা কেইফাকিমান নাম তলত উদ্ধৃত কৰা হ'ল—

আই নামত আইসকলৰ বিভিন্ন নাম উদ্ধৃত পোৱা যায় যেনে ঃ—

"আই থাকুৰাণী আই,
তোমালৈ যমে ডৰাই,
অম্বিকা, চন্দিকা, ভৱানী, কালিকা
এই যুগত ফুৰা বেৰাই।

আই মহামায়া আই,
আই ভগৱতী আই,
মুঠিকৈ আনিলো অধিক কৈ বিলালো
মনুষ্যৰ শৰীৰত পাই।"

আইনামত আই ন-ভনী, মহাদেৱ, পাৰ্বতীৰ কথা উল্লেখ পোৱা যায়। ঃ—

আই মোৰ উজায় আহিলে,
আই মোৰ আই ন-ভনী,
আই মোৰ বালিতে খপিলে ৰাতি,
অজলা মনিচে আইক চিনি নাপাই
লগাই গোন্ধ তেলৰ বাতি।

o o o

আগে পাৰ হ'ল মহাদেৱ গোসাইয়ে
পাচে পাৰ হ'ল সতী,
শীতলাৰ গাৰটে আইয়ে পাৰ হ'ল
সৃষ্টি ৰাখোগৈ বুলি"

গোপিনী সকলে আইসকলক কেনেকৈ মিনতি কৰিব তাক নজনা কাৰণে দুখ প্ৰকাশ কৰে ঃ

'নাজানি সোমালো আইৰ ফুলবাৰীত
নিচিনি চিঙিলো কলি,
আইৰ সেৱা পূজা ধৰিব নাজানো
আমি এনাচাৰি তিৰি।



তেওঁলোকে বৰ আই, মাজু আই আৰু সৰু আইক যথাক্ৰমে পায়স পিঠাগুড়ি, তামোল-পাণ, আৰু ফুল নিৰ্মালিতে সন্তোষ হ'বলৈ কাকুতি কৰে ঃ—

"বৰ আই মাননি পায়স পিঠাগুড়ি
মাজু আই মাননি গুৱা,
সৰু আই মাননি ফুলে নিৰ্মালি
ইমানতে সন্তোষ হ'ব।"

গোপিনী সকলে আইসকলক গাঁৱৰ পৰা আঁতৰি যাবলৈ আই নামৰ মাধ্যমেৰে অনুৰোধ জনায় ঃ—

"শুকুলা আসনত আইয়ে কেশে মেলাই
সেউতী বাহৰে ফণী,
মনত ৰঙে কৰি যাবা মহামায়া।
আপোনাৰ ধৰ্মকে শুনি।"

"আকাশে গৈছে আই ন-ভনী
পৃথিবীত নিদিয়ে ভৰি,
দুহাতে দুমুঠি সিঁছো আড়ৈ চাউল
সৃষ্টিক পালিবা বুলি।"

"ওলাল জাকি মাৰি পুখুৰীৰ মোৰা মাছ
ওলাল জাকি মাৰি তৰা,
ওলাল জাকি মাৰি আই ন-ভনী
দুখীয়া গাঁৱৰে পৰা।"

'বৰ আই কেতেকী-এ......
মাজু আই কেহেলৈ গ'ল,
পূবে পশ্চিমে উত্তৰে দক্ষিণে
ফুলে বিলাবলে গ'ল।

মাজু আই কেতেকী-এ......
সৰু আই কেহেলৈ গ'ল,
পাৰিজাত ফুলৰ পকনি তুলি
শুকনি বিচাৰি গ'ল।

আশন দাঙি দিয়া উঠক মহামায়া
চলক লাহে কৰি ভৰি,
পথৰ পথে দিয়া পথে এৰি দিয়া
যক মহামায়া চলি।

এইদৰে হিন্দুচুতীয়া সকলৰ গোপিনী সকলে আই নামৰ জৰীয়তে আই সকলক কাবৌ কাকুতি কৰি গাঁৱৰ পৰা আঁতৰাই পঠাবলৈ চেষ্টা কৰে। তেওঁলোকৰ নামত সন্তুষ্ট হৈ আইসকল গাঁৱৰ পৰা দূৰদূৰণিলৈ যায়গৈ বুলি বিশ্বাস কৰে। সভাৰ শেষত গোপিনী সকলে মাহ-প্ৰসাদ গ্ৰহণ কৰে।

হিন্দুচুতীয়া সকলৰ ঘৰত কাৰোবাৰ গাত আইয়ে দেখা দিলে তিনি গৰাকীমান গোপিনী নিমন্ত্ৰণ কৰি ঘৰত আই সকাম পাতে। কেচা ফলমূলৰ দ্বাৰা এই সকাম অনুষ্ঠিত কৰে। কেতিয়াবা পায়সৰ দ্বাৰাও কৰে। এনেবোৰ সকামৰ দ্বাৰা আইসকলক ঘৰৰ আৰু গাঁৱৰ পৰা দূৰিকৰণ কৰিব পৰা যায় বুলি দৃঢ় বিশ্বাস আছে।

## শুচি-অশুচি বিচাৰ ঃ

দেউৰীচুতীয়া সকলৰ জাতীয় জীৱনত শুচি-অশুচি মানি চলাটো পৰম্পৰাগত ৰীতি। মানুহৰ জন্ম-মৃত্যুত বা ঘৰত শগুন পৰিলে, বাহিৰা মানুহ সোমালে ঘৰখন অপবিত্ৰ হয়। এইদৰে মানুহৰ দৈনন্দিন জীৱনত যেতিয়া কোনো অস্বাভাৱিকতাই বা অমঙ্গলে দেখা দিয়ে তেতিয়া তেওঁলোকে তাক অশুচি বুলি গণ্য কৰে। অশুচি হলে শুচি কৰিবৰ কাৰণে বিশেষ পদ্ধতি অৱলম্বন কৰে। কিয়নো এনে ব্যৱস্থা নললে সমাজত বিশৃঙ্খলতাই দেখা দিব।

**জন্ম অশুচি** ঃ—কেচুৱা জন্ম হোৱাৰ পাচত ঘৰখনৰ উপৰিও বংশ পৰিয়াল-গোত্ৰৰ সকলো মানুহৰ চুৱা লাগে। মাকে কেচুৱাৰ সৈতে নিজৰ কোঠালিত বেলেগে থাকে। ঘৰৰ বয়বস্তু চোৱা, বন্ধা-বঢ়া কৰা, একো কামকে তেওঁক কৰিবলৈ দিয়া নহয়। কাৰণ, তেওঁ স্পৰ্শ কৰিলে বস্তু অশুচি হ'ব। ঘৰৰ মানুহে তেওঁক সেই কেইদিন আল-পৈচান ধৰে। কেচুৱাৰ নাই সৰিলে সেইদিনা গাঁৱৰ বুঢ়ী মানুহ কেইগৰাকীমান আহি চুৱাভঙ্গা সকাম পাতে।



**চুৱা ভঙ্গা ৰীতি** ঃ—ৰাতিপুৱা মোমাইয়েকে কেচুৱাৰ চুলি খুৰুৱা নিয়ম। তাৰ পাচত মাকে কেচুৱাক ধুৱাই-পখলাই নতুন কাপোৰ গাত দি বাহিৰলৈ উলিয়াই আনে। সূৰ্য্য-দেৱতাৰ ফালে মুখ কৰি মাকে কেচুৱাটিৰ মঙ্গলৰ বাবে প্ৰাৰ্থনা জনায়। এটা খৰাহিত চাউল, তামোল-পাণ, ৰূপৰ টকা, ল'ৰা হলে কাঁড়-ধনু, ছোৱালী হলে তুলা, ধুনা আদি সজায় পৰাই থোৱা হয়। চাউল, তামোল-পাণখিনি মগনিয়াক দিয়া নিয়ম। ল'ৰাক ধনু কাঁড় আৰু ছোৱালীক তুলা, ধুনা স্পৰ্শ কৰোৱা অৰ্থ হ'ল যথাক্ৰমে যুজাৰু, বীৰপুৰুষ আৰু কামেকাজে কাজী ছোৱালী হ'বৰ বাবে। আবেলি গাঁৱৰ বুঢ়া আৰু বুঢ়ী মানুহে বেলেগে বেলেগে মদ, কাজি, আৰু ভাত অৰ্পণ কৰি কুণ্ডি মামা, পিচাদেমা, পিচাচীক খেল অনুযায়ী কেচুৱাৰ মঙ্গলৰ বাবে প্ৰাৰ্থনা জনায়। তাৰ পাচত ৰাইজে ভাত, মদ, মাংস খায়। এই সকামত পূজাৰী বিষয়া সকলে সহযোগ নকৰে। সেই দিনাই কেচুৱাক নামাকৰণ কৰোৱা নিয়ম। ৰাইজে নাম বাচি দিয়ে।

এই সকামৰ পাচত ঘৰখন, বংশ-পৰিয়াল অশুচিৰ পৰা উদ্ধাৰ পায়। কোনো কোনো গাঁৱত এমাহলৈকে চুৱা মানে। চুৱা কেই-দিন ঘৰত কোনো সকাম আয়োজন হ'ব নোৱাৰে। চাৰিদেউৰীৰ ঘৰত এনে চুৱা লাগিলে দেওশালত পূজা-পাতল কৰাও বন্ধ হৈ থাকে। চুৱা ভঙ্গা সকাম শেষ হলেহে তেওঁলোকে দেৱ মন্দিৰত সোমাব পাৰে।

হিন্দু চুতীয়া সকলেও কেচুৱাৰ নাৰীসৰা দিনাই সৰু শুদ্ধি কৰে। তিনি চাৰিগৰাকীমান তিৰোতা মানুহে গৃহস্থৰ চ'তালত এই সকাম পাতে। মাকে কেচুৱাক বাহিৰলৈ উলিয়াই আনি খেৰজুইৰ ওপৰত থকা শিলটোত কেচুৱাৰ মুৰটো স্পৰ্শ কৰোৱায়। তাৰ পাচত চাৰিওদিশে চাৰিপাত কাঁড় ধনু কেচুৱাক স্পৰ্শ কৰোৱাই মাৰি পঠায়। এই কামৰ পাচত মাকে কেচুৱাক লৈ আইসকলৰ আগত সেৱা জনায় আৰু আশীৰ্বাদ গ্ৰহণ কৰে। মাকে কেচুৱাক অলপ সময়ৰ বাবে চ'তালত এখন ঢাৰি পাৰি সমাজৰ আগত শুৱাই থয়।

ল'ৰা জন্ম হলে ধনু-কাঁড় আৰু ছোৱালী হলে তুলাচনী স্পৰ্শ কৰোৱা ঘাই অৰ্থ হ'ল ভৱিষ্যত জীৱনত যাতে তেওঁলোকে যোদ্ধা আৰু কাজী হ'ব পাৰে। আজিকালি বিশেষকৈ শিক্ষা-দীক্ষাত অগ্ৰসৰ হোৱা বাবে তেওঁলোকে ধনু-কাঁড় আৰু তুলাচনীৰ পৰিবৰ্তে ফাউনটেনপেন

আৰু কিতাপ-পত্ৰ স্পৰ্শ কৰোৱা হয়। এই পৰিবৰ্ত্তনৰ যাই উদ্দেশ্য হ'ল আজিকালি তেওঁলোকে ল'ৰা-ছোৱালীক উপযুক্তভাৱে শিক্ষিত কৰি গঢ়ি তুলিবলৈ উপলব্ধি কৰাটো। এই সকামত কেচা পিঠাগুড়ি, জালুকগুড়ি, তামোল-পাণ, মিঠাতেলৰ চাকি ব্যৱহাৰ কৰে। সৰু-শুদ্ধিৰ এমাহৰ পাচত বৰশুদ্ধি কৰা হয়। এই সকাম কেইজনমান ভকত নিমন্ত্ৰণ কৰি কল, মাহ-প্ৰসাদ, পিঠাগুড়ি, তামোল-পাণ আদি শৰাই পাতি ভগৱানৰ ওচৰত অৰ্পণ কৰে। নবজাত কেচুৱাৰ সৈতে মাকে ভকতক সেৱা কৰি আশীৰ্বাদ গ্ৰহণ কৰে। এই সকামৰ পাচত ঘৰ, বংশ-পৰিয়াল সকলোৰে চুৱা ভাঙে। শুচি হয়। হিন্দুচুতীয়া সকলৰ আন এটা বিশেষত্ব হ'ল এয়েই যে তেওঁলোকে ব্ৰাহ্মণ বা গাঁৱৰ মেধিৰ পৰা শান্তিজল খাই শুচি হয়। আনহাতেদি দেউৰীচুতীয়া সমাজত কোনো কামতে ব্ৰাহ্মণ পণ্ডিত নিযুক্ত নকৰে।

**মৃত্যুৰ চুৱা** ঃ—জন্ম চুৱাতকৈ মৃত্যুৰ চুৱা সৰু বুলি ভৱা হয়। গাঁৱৰ কোনো লোকৰ মৃত্যু হোৱাৰ লগে লগে সকলো মুনিহ-তিৰোতা মৃতকৰ ঘৰত সমবেত হয়হি। শ'টোক মাহ-হালধী ঘঁহি ধুৱাই শুচি কৰি নতুন কাপোৰ-কানি পিন্ধায়। মৃতকৰ আত্মাই ভৱনদী পাৰ হ'বৰ বাবে কপালত ৰূপৰ 'কপালি' (ৰূপৰ টকাৰ মালা) আৰু মুখত ৰূপৰ টকা কেইটামান সুমুৱায় দিয়ে। পিণ্ড ধৰোতাজনে এডাল বাহৰ চেপেনাৰ সৈতে মৃতকৰ আঙুলিৰ মাজেদি ধান কেইটামান সৰকাই লখিমী ৰাখে। ধানকেইটা আছুতীয়াকৈ ঘৰত বান্ধি ৰাখে। মৃত্যুৰ পাচদিনাখনৰ পৰা এবাৰকৈ লক্ষ্মী চোৱা হয়। যদি ধানৰ সংখ্যা বৃদ্ধি হয় তেতিয়া লক্ষ্মী [ধান] বাঢ়ে আৰু যদি ধানৰ সংখ্যা কমি যায় তেতিয়া লক্ষ্মী টুটে বুলি মানুহৰ দৃঢ় বিশ্বাস আছে। যি বিধ ধানৰ পৰা লখিমী ৰখা হয় সেইবিধ ধানৰ স'চ তিনিবছৰলৈকে নাৰাখে। কাৰণ অমঙ্গল হয়।

গাঁৱৰ সকলো ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী, ডেকা-গাভৰুৱে একগোট হৈ মৰাশ চাঙত তুলি শ্মশান শালিলৈ লৈ যায়। 'আগে আগে এজন মানুহে এৰাঁ সূতা বাষ্টাত দি যায়। তাৰ পাচত পিণ্ড ধৰোতাই হাতত দা, জোৰ লৈ যায়। কিছুসময়ৰ আগতে বনাই থোৱা চিতাত চাৰিওফালে শ'টো বাওঁফালেদি সাত পাক ঘূৰাই তাৰ ওপৰত ৰাখে। মৃতকৰ উদ্দেশ্যে চিতাৰ কাষতে মদ. ভাত আদিৰে পিণ্ড দিয়া হয়।



পিণ্ড-ধৰোতাই মুখাগ্নি কৰে। উপস্থিত প্ৰত্যেকজন লোকেই এডোখৰকৈ বাওঁহাতেৰে খৰি দিয়া নিয়ম। মৃতআত্মাৰ সদ্‌গতিৰ অৰ্থে তেওঁলোক সকলোৱে কামনা কৰে। চিতা ভস্ম হৈ যোৱাৰ পাচত দেওধাই এজনে বাঁহৰ চেপেনাৰে সাত টুকুৰা অস্থি পিণ্ড ধৰোতাৰ আঙুলিৰ ফাকেদি বাওঁহাতে সৰকাই পিণ্ড দিয়া ভাগটোত পেলাই দিয়ে। পিণ্ডদিয়া জনে সেই ভাগটো টোপোলা বান্ধি নৈৰ পানীত সাতবাৰ ডুব মাৰি শেষৰ বাৰত তলত এৰি থৈ আহে। ইয়াকে গঙ্গাত অস্থি উটুৱা বোলে। শ'দাহ কৰাৰ শেষত ৰাইজে নৈৰ পানীত গা-পা ধুই গৃহস্থৰ ঘৰলৈ আহে। ঘৰত সোমোৱাৰ আগতে প্ৰত্যেক গৃহস্থৰ পদূলিত জুই আৰু শিলত ভৰি সেকি 'তেলপানী' লৈ শুচি হয়। সেইদিনা গৃহস্থই এটা গাহৰি মাৰি ৰাইজক ভোজ এটা দিয়ে। খোৱাৰ আগতে মৃতকৰ উদেশ্যে পিণ্ড ধৰোতাই ঘৰৰ পাচফালে পিণ্ডদান কৰে।

**পিণ্ডদান** ঃ—মৰাৰ দিনাখনৰ পৰা আৰম্ভ কৰি সাত দিনলৈকে দিনে এসাজকৈ মৃতকক পিণ্ড দিয়া নিয়ম। পিচে, আজিকালি, তিনি দিনৰ ভিতৰতে সাত সাজ সম্পূৰ্ণ কৰি পিণ্ড দিয়া নিয়ম দিবঙীয়া গাঁৱত পোৱা যায়। পিণ্ড শেষ কৰা দিনা কুকুৰা এটা মাৰি 'কাজি' বনাই মদৰ সৈতে ঘৰৰ পাচফালে মৃতকৰ পিণ্ড দিয়ে। সেইদিনা গাঁৱৰ বুঢ়া সকলে মৃতকৰ অৰ্থে 'মদ বাকি' গৃহস্থৰ মঙ্গলৰ অৰ্থে সকলোৱে প্ৰাৰ্থনা জনায়। এই দিনাৰ পৰা ঘৰখন শুচি হয়। তাৰ পাচত গৃহস্থৰ সামৰ্থ আৰু সুবিধা অনুযায়ী দহা কৰে। এই সকামত মদ, গাহৰি, কুকুৰা, চাউল, মাহ, তেল, শাক-পাচলি আদি বহুত আৱশ্যক হয়। সেইকাৰণে মানুহে সহজতে এই সকাম পাতিব নোৱাৰে। দহা কাম কৰাৰ পাচত ঘৰখন সম্পূৰ্ণৰূপে শুচি হয়।

গৰ্ভৱতী তিৰোতা, সৰু ল'ৰা-ছোৱালী, সাপে দংশন কৰা, গছৰ পৰা পৰি মৃত্যু হোৱা আৰু আত্মঘাটী হৈ মৰা মানুহক দাহ কৰা নিয়ম নাই। তেনেকৈ মৃত্যু হোৱা শ'ক গাত খান্দি পুতি থোৱা হয়।

জন্ম আৰু মৃত্যু-চুৱাৰ উপৰিও তেওঁলোকৰ সমাজত আন আন কিছুমান চুৱা মানে। তাৰ ভিতৰত শগুন চালৰ ওপৰত পৰিলে,

সাপ চাঙলৈ উঠিলে, মুছলমান্, খৃষ্টীয়ান বা কৈবৰ্ত্ত মানুহ চাঙঘৰৰ ওপৰলৈ উঠিলে ঘৰ অশুচি হয়। দিবঙীয়া খেলৰ মানুহে গাঁৱৰ বুঢ়া-মানুহক নিমন্ত্ৰণ কৰি মদ আৰু কুকুৰা কাজিবে মদ বকা সকাম পাতি ঘৰ শুচি কৰে। বৰগঞা সকলে বহাগ বিহুৰ উৰুকা দিনা গধূলি বংশৰ দেওধাই দ্বাৰা ঘৰৰ চ'তালত বেদী পাতি এবিধ 'থিন-পাতৰ দ্বাৰা ঘৰ শুচি কৰা বা 'থিন পেলোৱা' সকাম পাতে। দেওধায়ে ঘৰৰ চাৰিফালে ৩ বাৰ ঘুৰি থিন পাতেৰে কলহৰ পৰা শান্তিপানী ছটিয়াই ঘৰ শুচি কৰে। ভড়াল ঘৰো শুচি কৰা হয়। গাঁৱৰ প্ৰত্যেক ঘৰেই এই সকাম পাতি শুচি হয়। টেঙাপনীয় খেলৰ মানুহে থিন পেলোৱা সকামৰ পাচতহে অৰ্থাৎ মানুহ বিহুৰ দিনা সুৱচনী পূজা পাতে। পূজাত গৃহস্থই কল, তামোল-পাণ, তংলতী, শলিতা জ্বলাই মন্ত্ৰ মাতি হাঁহ বা কুকুৰা বলি কাটি তাৰ ৰক্ত আৰু মূৰ দেৱতাৰ আগত অৰ্পণ কৰে। এই পূজা তেওঁলোকে ঘৰৰ সমুখত থকা সুৱচনী কোঠালিত অনুষ্ঠিত কৰে। বৰগঞা সকলে এটা মতা আৰু এজনী মাইকী কুকুৰা মজিয়াশালিৰ উজনি আৰু নামনি খোটাত সুৱচনী বা ঘৰদেউ বা ঘৰকালিকাক উচৰ্গা কৰি কিছুসময়ৰ পাচত এৰি দিয়ে। এই সকাম ঘৰৰ গৃহস্থৰ বাহিৰে আন মানুহে কৰিব নোৱাৰে। সুৱচনী পূজা ঘৰৰ সকলো মানুহৰ মঙ্গলৰ বাবে কৰা হয়। 'ঘৰ দেওৱে পোন হলে বন দেওৱে কৰিব কি' বুলি তেওঁলোকৰ সমাজত এষাৰ কথা আছে। গতিকে আন দেও-ভূতৰ পৰা হাত সাৰিবৰ বাবেও এই পূজা কৰা হয়।

আষাঢ়ৰ ষাঁঠত দেওশাল চুৱা হয় বুলি বিশ্বাস আছে। তেওঁলোকৰ মতে আষাঢ়ৰ ষাঁঠত পৃথিবী চুৱা হয়। গতিকে দেৱ মন্দিৰো অশুচি হয়। ষাঁঠৰ চুৱা কেইদিন হাল-কোৰ বোৱা, ফলমূল চিঙা বাধা। আষাঢ় মাহৰ শেষৰ ফালে অৰ্থাৎ ন-জোন ওলালে এটা ভাল বাৰ চাই গঞা ৰাইজে দেওশাল শুচি কৰিবৰ বাবে সকাম পাতে। দিবঙীয়া খেলৰ পুৰোহিত সকলে দেওশালৰ চ'তালত চুজে আৰু কাজি অৰ্পণ কৰি মঙ্গল কামনা কৰি দেৱ-দেৱী সকলক প্ৰাৰ্থনা জনায়। বাকী খেলৰ মানুহেও এইদৰে পূজা পাতে। গাঁৱৰ প্ৰত্যেক ঘৰেই থান ঘৰৰ পৰা শান্তি জল গ্ৰহণ কৰি শুচি হয়। হিন্দু চুতীয়া সকলেও মাহ-প্ৰসাদেৰে নাম ঘৰত সকাম পাতি ষাঁঠৰ চুৱা ভাঙে।

# পঞ্চম অধ্যায়

## সামৰণী

মানৱ সমাজ পৰিবৰ্ত্তনশীল। দেউৰী-চুতীয়া সমাজখনো আজি বিবৰ্ত্তনৰ পথত। ভৌগোলিক পৰিবেশ, পাৰিপাৰ্শ্বিকতা, সমাজকৰ্মী, চৰকাৰৰ বিষয়া, সাহিত্যিক, বৈজ্ঞানিক, সঙ্গীতজ্ঞ, শিক্ষা, আদি কাৰকবোৰে সমাজৰ কিছুমান দিশ পৰিবৰ্ত্তন বা সংশোধন কৰাত সহায় কৰে। তেওঁলোকে থকা-মেলা, খোৱাবোৱা, পিন্ধা-উৰা আদি দিশত আন আন সম্প্ৰদায়ৰ লোকৰ সৈতে খোজত খোজ মিলাই অগ্ৰসৰ হ'বৰ বাবে যত্ন কৰিছে। তেওঁলোকৰ স্ব ইচ্ছাৰে এই পৰিবৰ্ত্তন হ'ব ধৰিছে। সৰ্বসাধাৰণতে নিম্নউল্লেখিত বিষয়সমূহ সলনি বা সংস্কাৰ হোৱা আমাৰ চকুত পৰে।

তেওঁলোকৰ বহুতে পূৰ্বৰ চাংঘৰৰ পৰিবৰ্ত্তে আজিকালি আধুনিক ধৰণেৰে বিভিন্ন আকাৰেৰে চাং বঙলা নিৰ্মাণ কৰি বসবাস কৰিবলৈ লোৱা দেখা যায়। কোনো কোনো গাঁৱৰ লোকে বাঁহ-কাঠৰ অভাৱৰ হেতুকে চাংঘৰ এৰি মাটিঘৰত বাস কৰিবলৈ লৈছে। পৰম্পৰাগত চাংঘৰবোৰত বাঁহৰ চচালিৰ ওপৰত বিছনা পাৰি শোৱা দেখা যায়। আজিকালি শিক্ষিত আৰু ধনী-মানী মানুহে আধুনিক ধৰণৰ পালেং, আলনা, বিছনাৰ কাপোৰ-কানি ব্যৱহাৰ কৰা পৰিলক্ষিত হয়। মাটিঘৰ লোৱা যেতিয়া আৰম্ভ হ'ল তেতিয়া অনেক ধৰণৰ পালেং, চকি, মেজ আদিৰ পৰম আৱশ্যক হৈ পৰিল। আগৰ ঘৰবোৰত খিড়িকী, দুৱাৰ প্ৰায় নাছিলেই; কিন্তু আজিকালি প্ৰয়োজনীয়তা উপলব্ধি কৰি প্ৰত্যেক কোঠালিতে খিড়িকী-দুৱাৰ ৰখা হৈছে। তেওঁলোকৰ ঘৰলৈ কোনোবা অতিথি আহিলে তেওঁক সাধাৰণতে মিচঙত শুবলৈ দিয়া হয়। এতিয়া কোনো কোনো মানুহে আলহীক ঘৰৰ ভিতৰত শোৱা আৰু খোৱাৰ বাবে স্থান দিবলৈ আৰম্ভ কৰিছে।

পূৰ্বৰ এলেংঘৰ বা ডেকাচাং আজিকালি বহুত গাঁৱতে উঠি গৈছে। তাৰ ঠাইত ডেকা ল'ৰাইতে গাঁৱৰ মানুহৰ 'মিচং' ব্যৱহাৰ কৰিবলৈ লৈছে। কাঠ, বাঁহ, বেত আদিৰ অভাৱেই হ'ল এই পৰিবৰ্ত্তনৰ ঘাই

কাৰণ। পৰম্পৰাগত ৰীতিমতে কোনো এটি ডেকা ল'ৰাই 'এলেংঘৰ'ত বা মিচঙত শোৱাটো নীতি। কিন্তু এতিয়া পঢ়াশুনা কৰা ল'ৰাই তেনেকৈ ডেকা জীৱন কটাব নালাগে। তেওঁলোকৰ বাবে গৃহস্থই ঘৰতে শোৱা আৰু পঢ়াশুনাৰ বাবে সুকীয়া কোঠাৰ ব্যৱস্থা কৰিছে। বৰগঞ্জা খেলত এনে পৰিবৰ্ত্তন দ্ৰুত গতিত আগ বাঢ়িছে। হিন্দু-চুতীয়া সমাজত ডেকাচাং কোনোবা কালতে লুপ্ত হ'ল। তেওঁলোকৰ ডেকা ল'ৰাই আনৰ ঘৰত গৈ ৰাতি শোৱাটোও আজিকালি উঠি গ'ল। দেউৰীচুতীয়া যুৱক-ছাত্ৰসকলে ক্লাবঘৰ, পুথি ভঁড়াল, বৰ্ডিংঘৰ আদি অনুষ্ঠান গঢ়ি গাঁৱৰ ৰাইজৰ শাৰীৰিক, মানসিক উৎকৰ্ষ সাধন কৰিবলৈ যত্নপৰ হৈছে।

গাঁওবোৰত সাধাৰণতে কাঁহৰ বাচন-বৰ্ত্তন ব্যৱহাৰ কৰে। আগতে বেতৰ এবিধ 'মেচুৰা'ৰ ওপৰত কাঁহি থৈ মানুহে ভাত-পানী খাইছিল। আজিকালিও কিছুমান সম্ভ্ৰান্ত পৰিয়ালত তেনে বস্তু পোৱা যায়। মেচুৰাৰ পৰাই 'মাইহাঙ'ৰ উৎপত্তি হৈছে। ক্ৰমান্বয়ে তেওঁলোকৰ সমাজতো কাপ, প্লেট, চামুচ ইত্যাদি সোমাব ধৰিছে। আলহীক চাহ-জলপান দিবৰ বাবে কাঁহৰ বাতিৰ পৰিবৰ্ত্তে কোনো কোনো লোকে কাপ-প্লেট ব্যৱহাৰ কৰা দেখা যায়। চাহ-পানী খোৱাটো কিছুদিনৰ আগৰ পৰা তেওঁলোকৰ সমাজত বাঢ়িছে। আগতে আৰু আজিও তিৰোতাসকলে ঘৰত তৈয়াৰ কৰা 'চুঁজে'হে সকলোৱে ব্যৱহাৰ কৰে। কানি বিশেষ মাঙ্গলিক অনুষ্ঠানতহে গিৰাসকলে ব্যৱহাৰ কৰে। ভাত-পানী ৰন্ধা-বঢ়া, খোৱা-বোৱা বিষয়তো যথেষ্ট আধুনিকতাৰ চাপ পৰিছে।

প্ৰত্যেক ঘৰৰ জীয়ৰী-বোৱাৰীয়ে ঘৰতে নিজৰ নিজৰ তাঁতশালত চেলেং, চাদৰ, ধুতি, চুতীয়া-চোলা বোৱাটো জাতীয় বয়ন শিল্প-কলাৰ ভিতৰত পৰে। চাৰি-দেউৰী আৰু দেওধাই সকলে ঘৰত বোৱা বগা ধুতি আৰু চেলেং কাপোৰ পৰিধান কৰিহে পূজা-পাতল কৰে। কিন্তু ডেকা-জীয়ৰীচামৰ মানুহৰ ভিতৰত বজাৰৰ পৰা চোলা কাপোৰ কিনি পিন্ধাটোৱেও সমাদৰ পাবলৈ ধৰিছে। লংপেণ্ট, হাৱাই ছাৰ্ট, বেল-বটম, শাৰী, ব্লাউজ আদিয়েও তেওঁলোকৰ সমাজত আদৰ পাইছে। কিন্তু সেইবোৰ সলনি হোৱাটো আগৰ চামৰ মানুহে পছন্দ কৰা নাই।



আগৰ চৈধ্যহতীয়া বিয়াত ব্যৱহাৰ কৰা ফুটুকি বছা খনিয়া বৰ কাপোৰ খনিয়া চেলেং-চাদৰৰ ঠাইত আজিকালি সস্তীয়া চেলেং-চাদৰ ওলাইছে। কৰ্মপটু শিপিনীৰ অভাৱৰ ফলত উক্ত মূল্যবান কাপোৰ-কানিবোৰ লুপ্ত পাবলৈ ধৰিছে। পূৰ্বৰ কেৰুমণি, জাংফাই, থুৰীয়া, হেচামৰা খাৰু, গোটা খাৰুৰ সলনি গাভৰুসকলে ইয়াৰিং, নেক্‌লেচ, চেইন, শাঁখা আদি ব্যৱহাৰ কৰিবলৈ ধৰিছে। তেওঁলোকৰ মাজত স্নো, পাউদাৰ, সুগন্ধি তেল, গা ধোৱা চাবোন প্ৰচুৰ পৰিমাণে ব্যৱহাৰ হোৱা দেখা যায়। যেতিয়া তেওঁলোক পাহাৰত আছিল, তেতিয়া আন জনজাতিসকলৰ দৰে দা-কোৰৰ দ্বাৰা জুম খেতি কৰি জীৱন নিৰ্বাহ কৰিছিল। ভৈয়ামলৈ নামি অহাৰ লগে লগে 'পানী খেতি' কৰিবলৈ লয়। গৰু, ম'হ, আৰু নাঙল, মৈ ইত্যাদিৰ আৱশ্যক হৈ পৰিল। আজিও তেওঁলোকৰ সমাজত গৰু বা ম'হৰ হালখনেই প্ৰধান হাতিয়াৰ। কোনো কোনো ধনী শ্ৰেণীৰ লোকে ট্ৰেক্টৰ আৰু বৈজ্ঞানিক পদ্ধতি অৱলম্বন কৰি খেতি কৰিবলৈ লোৱা চকুত পৰে। বিজ্ঞান সন্মত ভাৱে আধুনিক সাৰ প্ৰয়োগ কৰি শস্য উদপাদন বৃদ্ধি কৰিবলৈ তেওঁ-লোকে যত্নৰ ত্ৰুটি কৰা নাই। লাহে লাহে তেওঁলোকৰ সমাজত পৰম্পৰা খেতি-অৰ্থনীতিৰ পৰিবৰ্ত্তে মুদ্ৰা-অৰ্থনীতিৰ ফালে মানুহৰ মন আকৰ্ষিত হ'বলৈ ধৰিছে। এনে পৰিবৰ্ত্তনে আকৌ মানুহৰ সামা-জিক ৰীতি-নীতিৰ ক্ষেত্ৰতো কিছুমান সালসলনি কৰে। কোনো এজন মানুহে চৰকাৰী বা বেচৰকাৰী চাকৰি পাই গাওঁ এৰি নগৰত থাকিব লগীয়া হলে তেতিয়া তেওঁৰ থকা-মেলা, খোৱা-বোৱা, পিন্ধা-উৰা, ফুৰা-চকা, আদি সকলো দিশত নগৰীয়া জীৱনৰ চাপ পৰে। নগৰত বাস কৰা জাতি-বৰ্ণ নিৰ্বিশেষে সকলো মানুহৰ লগত সংযোগলৈ আহি জীৱন ধাৰণৰ প্ৰণালী কিছুমান সলনি হয়। এইদৰে গাঁৱৰপৰা যিবিলাক শিক্ষিত লোক আহি নগৰত বাস কৰিবলৈ লৈছে তেওঁলোকৰ ভাৱ-ভাষা, ৰীতি আদিৰ আমূল পৰিবৰ্ত্তন হ'ব ধৰিছে।

শিক্ষাৰ ক্ষেত্ৰত তেওঁলোকৰ সমাজখন যথেষ্ট অগ্ৰসৰ হৈছে। আগৰ চামৰ মানুহৰ ভিতৰত যদি কোনো এজন লোকে এল্ পি, স্কুলত—শিক্ষা মাত্ৰ শেষ কৰিছিল এতিয়া তেওঁৰ ল'ৰা-ছোৱালীয়ে বিশ্ব-বিদ্যালয়ৰ পৰা উচ্চ শিক্ষা লাভ কৰিছে। আনকি বিদেশৰ পৰা

শিক্ষাৰ বিষয়ে ডিগ্ৰী লাভ কৰি অহাও পোৱা যায় । শিক্ষাৰ প্ৰসাৰতাৰ লগে লগে তেওঁলোকৰ জীৱনৰ আন কিছুমান দিশো পৰিবৰ্ত্তন বা সংশোধন হ'ব ধৰিছে । আগতে তেওঁলোকে ৰোগ নিবাৰণৰ বাবে গাঁৱলীয়া বনৌষধ প্ৰধানকৈ ব্যৱহাৰ কৰিছিল । বেজৰ হতুৱাই জৰা ফুকা কৰিছিল । আজিও অৱশ্যে তেনে ব্যৱস্থা আছে । কিন্তু ক্ৰমান্বয়ে আধুনিক চিকিৎসাবিজ্ঞানৰ ওপৰত তেওঁলোকৰ মন আকৰ্ষণ হ'বলৈ উপক্ৰম কৰিছে । পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ সম্বন্ধে কিছুমান নীতি নিয়ম সংশোধন হোৱা দেখা যায় । আগতে মানুহৰ পায়খানা ঘৰৰ ব্যৱস্থা নাছিল, আজিকালি প্ৰায়বিলাক শিক্ষিত লোকে পায়খানা ঘৰ তৈয়াৰ কৰি লৈছে । বহুত মানুহে নৈৰ পানীৰ পৰিবৰ্ত্তে টিউব্‌ ৱেলৰ পানী খাবৰ কাৰণে আৰু চুৰা কাঁহি-বাতি ধুবৰ বাবে ব্যৱহাৰ কৰিছে । তেওঁলোকৰ শিক্ষিত লোকৰ সমাজত 'ট্ৰেঞ্জিষ্টাৰ', ঘড়ী, ফাউন্‌টেন পেন, টৰ্চ লাইট আদি বস্তুবোৰ ব্যৱহাৰ কৰা পৰিলক্ষিত হয় । তেওঁলোকৰ বিশেষকৈ উঠি অহা চামক বোলছবি জগততেও আকৰ্ষণ কৰা দেখা যায় ।

সামাজিক জীৱনৰ কিছুমান দিশ সংস্কৰণ বা পৰিবৰ্ত্তন হোৱাৰ লগে লগে মানুহৰ ধৰ্ম্ম-বিশ্বাসৰ ওপৰতো তাৰ প্ৰভাৱ পৰে । তেওঁ-লোকৰ সমাজৰ পৰম্পৰাগত ধৰ্মত যি দেৱ-দেৱী, ভূত-প্ৰেত, আত্মা আদিৰ বিশ্বাস আছে সেয়া পৰিবৰ্ত্তন হোৱা নাই সচা ; কিন্তু হিন্দু ধৰ্ম্মৰ অন্তৰ্গত কিছুমান দেৱ-দেৱীৰ নামৰ উল্লেখ তাত পোৱা যায় । যেনে তেওঁলোকৰ কুণ্ডিমামা দেৱ-দেৱীয়ে হিন্দু ধৰ্মৰ হৰ-গৌৰীক বুজায় । সেইদৰে কুণ্ডিয় পিচা চাই গুৰু কুণ্ডি আৰু কোঁৱৰ কুণ্ডিয়ে হিন্দুৰ গনেশ আৰু কাৰ্ত্তিক দেৱতাৰ লগত তুলনা কৰে । তেওঁলোকে আন দেৱীৰ লগতে লক্ষ্মী-সৰস্বতীকো পূজা-অৰ্চ্চনা কৰে । কোনো কোনো শিক্ষিত লোকে সৰস্বতী পূজাৰ দিনা নিজৰ ল'ৰা-ছোৱালীৰ মঙ্গলৰ কাৰণে বিশেষকৈ পৰীক্ষাত উত্তীৰ্ণ হ'বৰ বাবে ঘৰত 'সৰস্বতী সভা' পাতে । এইদিনা গাঁৱৰ দুই তিনিজন বুঢ়া মানুহক নিমন্ত্ৰণ কৰি ঘৰৰ চ'তালত থাপনা পাতি কল, মাহ-প্ৰসাদ, ধুপ-ধুনা, শলিতা, তামোল-পাণ যদি উপকৰণৰ সৈতে সৰস্বতী আইৰ উদ্দেশ্যে শৰাই আগ বঢ়ায় । ল'ৰা-ছোৱালী বিলাকে আঠু কাঢ়ি থাপ-নাৰ ফালে মূৰ কৰি সেৱা লয় । দেওধায়ে তেওঁলোকৰ মঙ্গল কামনা



কৰি আশীৰ্বাদ দিয়ে । হিন্দু ধৰ্ম-শাস্ত্ৰ চৰ্চ্চা কৰা, মাহাৰা সত্ৰাধিকাৰৰ লগত সংযোগ ঘটা, শিক্ষা লাভ কৰা ইত্যাদিৰ ফলত হিন্দুৰ দেৱ-দেৱীৰ নামবিলাক তেওঁলোকৰ ধৰ্মবিশ্বাসত সোমাই পৰিল ।

তেওঁলোকৰ ভিতৰত কোনো কোনো লোকে মহাপুৰুষীয়া পন্থা গ্ৰহণ কৰা দেখা যায় । এই পন্থাৰ প্ৰকৃত ভকত সকলে দেওশালৰ পূজা পাতলত সহযোগ কৰাটোৰ পক্ষপাতি নহয় । তেওঁলোকে ঘৰৰ চ'তালৰ আগত থকা 'নাম ঘৰত' ঈশ্বৰৰ নাম লয় । পশু-পক্ষীৰ বলি-বিধানৰ ঠাইত কেচা ফলমূলেৰে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায় । জন্মাষ্টমী তিথিৰ দিনা গাঁৱৰ ভকত কেইজনমান নিমন্ত্ৰণ কৰি মাহ-প্ৰসাদ, কল, তামোল-পাণ, শলিতা আদিৰ দ্বাৰা ভগৱন্ত প্ৰভুৰ ওচৰত শৰাই অৰ্পণ কৰে । গৃহস্থই তিৰোতা আৰু ল'ৰা-ছোৱালীৰে সৈতে ভকতৰ আগত সেৱা লয় । ভকতসকলে গৃহস্থৰ কুশলৰ অৰ্থে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায় । শেষত বিলনীয়াই প্ৰসাদ বিতৰণ কৰে আৰু সকলোৱে তাক গ্ৰহণ কৰে । তেওঁলোকে মহাপুৰুষীয়া আৰু আন কিছুমান ঘৰুৱা সকামত 'গুৰু ঘৰলৈ' আৰু 'দেওশাললৈ' বুলি 'অৰিহণা' আগ বঢ়ায় । মাহাৰা সত্ৰাধিকাৰ বা তেওঁৰ ৰাজমেধীজন যেতিয়া গাঁৱলৈ আহে তেতিয়া উক্ত অৰিহণাখিনি গাঁৱৰ মেধীজনে তেওঁক হস্তান্তৰ কৰে । দেওশালৰ অৰিহণাখিনি ৰাইজৰ পুঁজিত জমা ৰাখে আৰু পাচত সমাজৰ কামত খৰচ কৰে ।

মহাপুৰুষীয়া পন্থাৰ বাহিৰেও ১৯১৭-১৮ চনত কিছুমান লোকে সাংখ্য দৰ্শন বা গুৰুং ধৰ্ম্ম গ্ৰহণ কৰে । এই ধৰ্ম্মৰ সকামৰ ভিতৰত অমাৱস্যা, পূৰ্ণিমা, মাঘৰ সংক্ৰান্তি, গুৰু তিৰোভাৱৰ তিথি, শিৱৰাত্ৰি, ৰাম-নৱমী, বহাগৰ সংক্ৰান্তি, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, দুৰ্গাপূজা সপ্তমী তিথি আৰু কাতি বিহুৰ দিনা পুৱা-গধূলি হৰিনাম যজ্ঞ পতা হয় । ইয়াত বিশেষকৈ গৰুৰ ঘিউ, গাখীৰ, তিল, কল, কুঁহিয়াৰ, নাৰিকল, বাদাম, কিচ্‌মিচ্‌, খোৱা কঁফুৰ, ডাব, নাৰিকল, আদি নৈবেদ্যৰে শাস্ত্ৰালয়ত পূজা কৰে । যজ্ঞ আহুতি শেষ হোৱাৰ লগে লগে গীতা আৰু ধৰ্মপুথি পাঠ কৰা হয় ।

এই ধৰ্মদৰ্শন মতে কোনো এজন মানুহে মুক্তি পাবলৈ হলে তেওঁ মূঠতে চাৰিটা ধৰ্মস্তৰ পাৰ হ'ব লাগিব । প্ৰথমতে গুৰু জ্ঞানত শৰণ

লোৱা জনকে 'স্বৰদি' হোৱা বুলি কয়। 'স্বৰদি' হোৱাটোৱে শাস্ত্ৰালয়ত সোমোৱাৰ প্ৰথম অৱস্থা বুলি ধৰি লোৱা হয়। স্বৰদি হোৱা লোক সকলক 'সংসাথি' বুলি কোৱা হয়। তেওঁলোকে যেতিয়া 'গায়ত্ৰী' মুখস্থ কৰি পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰে তেতিয়া গুৰুৱে তেওঁ-লোকক ৰুদ্ৰাক্ষমালা দিয়ে। এইটো হ'ল দ্বিতীয় স্তৰ। তৃতীয় পৰ্য্যায়ত উঠিবলৈ হলে ঝুলী লব লাগিব। ঝুলী লব পাৰিলেহে সেইজন মানুহ গুৰু হ'ব পাৰে। শেষ আৰু চতুৰ্থ স্তৰটো পাবলৈ হলে 'সমাধী' পাচ কৰিব লাগিব। দেতিয়া তেওঁ ইচ্ছা কৰিলে সন্যাসী হৈ তীৰ্থস্থান ভ্ৰমণ কৰিব পাৰে। তাৰোপৰি প্ৰাণায়ামৰ দ্বাৰা নৰতনুও ত্যাগ কৰিব পাৰে।

এই ধৰ্মত জাতি-বৰ্ণ সকলোৱে শৰণ লব পাৰে। আনকি কৈৱৰ্ত্ত মানুহেও ধৰ্মত দিক্ষিত হৈ শাস্ত্ৰালয়ত একে লগে খোৱা-বোৱা কৰিব পাৰে। আনহাতেদি দেউৰীচুতীয়া পৰম্পৰাগত ধৰ্মাবিশ্বাসত জাতিবৰ্ণ ভেদাভেদ বিচাৰ আছে। কৈৱৰ্ত্ত বা আন কোনো নিম্নখাপৰ মানুহ দেউৰীচুতীয়া ধৰ্মত দিক্ষীত হোৱা বাদেই আনকি ঘৰত অকস্মাত প্ৰবেশ কৰিলেও ঘৰখন অশুচি হয়। প্ৰায়চিত্ত হ'ব লাগে।

তেওঁলোকৰ সমাজৰ কোনো কোনো লোকে 'একাদশীয়া' নামেৰে এটা পন্থা উলিয়াই 'শিৱ আশ্ৰম' খোলা দেখা যায়। এই পন্থা অনুযায়ী শিৱ আশ্ৰমত বিশেষকৈ শিৱ বৈৱৰ্ত্ত পুৰাণ, বিষ্ণু পুৰাণ পাঠ কৰা হয়। তাৰোপৰি আজিকালি ব্যক্তি বিশেষে 'সাই বাবাৰ, আৰু অনুকুল ঠাকুৰৰ শিষ্য হোৱাও পৰিলক্ষিত হয়। এনেবোৰ নতুন নতুন ধৰ্ম-পন্থা গ্ৰহণ কৰাৰ ফলত মানুহৰ মনত এটা খেলি মেলি ভাৱৰ সৃষ্টি হৈছে।

এই ক্ষেত্ৰত আগৰ চামৰ মানুহে পৰম্পৰা ৰীতি-নীতি আৰু ধৰ্ম-বিশ্বাস অকণো লৰচৰ নোহোৱাকৈ সম্পূৰ্ণ হিচাবে সংৰক্ষণ কৰাটোৰ ওপৰত গুৰুত্ব দিয়ে। তেওঁলোক হ'ল সংৰক্ষণশীল মনোভাৱৰ পৰি-পন্থী লোক। কিন্তু নতুন পুৰুষসকলে অতি পুৰণি ৰীতি-নীতি সংস্কাৰ সাধন কৰাটো বাঞ্ছা কৰে। বৰ্ত্তমান দেউৰীচুতীয়া সকলৰ যিটো প্ৰগতিবাদী মতবাদ সেইটো বৃহত অসম আৰু অসমীয়া সমাজৰ স্বাৰ্থৰ পৰিপন্থী। তেওঁলোকে আজি নিজকে অসমৰ আৰু অসমীয়া সমাজৰ



ভিতৰত এটি অতি আদিম জাতি বুলি পৰিচয় দিয়ে। সেয়েহে, এসময়ৰ কুণ্ডিল সভ্যতাৰ বাহন স্বৰূপ চুতীয়াৰ পুৰোহিত শ্ৰেণীৰ দেউৰীচুতীয়া সকল অসম আৰু অসমীয়া জাতি আৰু ভাষা-সংস্কৃতিৰ কাৰণে এটি গুৰুত্বপূৰ্ণ সম্প্ৰদায়। তেওঁলোকৰ ভাষা-সংস্কৃতিৰ সমল ৰাজিয়ে অসমীয়া জাতি আৰু সংস্কৃতিৰ ভড়াল চহকী কৰাত সহায় কৰিছে। গতিকে, আজি নতুন অসমীয়া সমাজ সংগঠনৰ দিনত পুৰোহিত-প্ৰধান দেউৰীচুতীয়া সম্প্ৰদায়ৰ নিচিনা জাতি-বিলাকৰ গুৰুত্ব ইমান বেচি।

×o×

# গ্ৰন্থ পঞ্জী


১। Kakati, Dr. B. K. "The Mother Goddess Kamakhya"

২। শৰ্ম্মা, বেণুধৰ "চুতীয়া কৃষ্টি"—ডঃ পৰন চন্দ্ৰ শইকীয়াৰ দ্বাৰা সম্পাদিত "সদৌ অসম চুতীয়া সন্মিলনৰ অষ্টাদশ অধিবেশন সোণালী জয়ন্তী বছৰৰ 'স্মৃতি গ্ৰন্থ"—১৯৭৪

৩। নাথ, ৺ৰাজমোহন, "চুতীয়া জাতিৰ পুৰাতত্ব"—ঐ

৪। Brown, W. B. "An Outline Grammar of Deuri-Chutiya Language Spoken in Upper Assam.—1895.

৫। Endle, R. S. "The Kachari."

৬। Do.

৭। Kellner, H. F. D. "Remarks on Dalton's Note on the Chutiyas of upper Assam, incorporated in An Outline Grammar of Deuri-Chutiya Language spoken in upper Assam.—1895.

৮। Chatterjyee, Dr. S. "K. Kirata Jana kriti"—The Indo Mongoloid.

৯। Dalton, E. T. "Notes on the Chutiyas of upper Assam." incorporated in An Outline Grammar of Duri-Chutiya Language spoken in upper Assam,—1865.

১০। Brown, W. B. See No 4 above.

১১। নাথ, ৺ৰাজমোহন "চুতীয়া জাতিৰ পুৰাতত্ব"—See No. 3 above.

১২। Robinson, W. "A Descriptive Accounts of Assam. P. 323.

১৩। Acharjya, ( Dr. ) W. N. " The History of Medieval Assam. P. 232.

১৪। গোহাঁই, প্ৰিয়ব্ৰতে পদ্যলৈ ভাঙনি কৰা আৰু ডঃ পৰন চন্দ্ৰ শইকীয়াৰ দ্বাৰা সম্পাদিত চুতীয়াৰ বুৰঞ্জীমূলক পুথি। (অপ্ৰকাশিত)





১৫। গোহাঁই বৰুৱা, পদ্মনাথ "অসম বুৰঞ্জী"—পৃঃ ১৮-১৯

১৬। Barua, K. L. "Early History of Kamrupa" Chap X.

১৭। Shakespear, L. W. "History of Assam Rifles"—1829 P. 263.

১৮। Chowdhury, Dr. P. C. "History of Civilization of Assam"—P. 473.

১৯। Shakespear, L. W. See No. 16. above.

২০। দেউৰী, ডম্বৰুধৰ "দেউৰী সংস্কৃতি"—১৯৬৪—পৃঃ ৫৮

২১। Brown, W. B. "See No. 4. above.

২২। Report on the Census of Assam.—1881 P. 127.

২৩। নাথ, ৺ৰাজমোহন "চুতীয়া জাতিৰ পুৰাতত্ব" ৩ নং দ্ৰষ্টব্য।

২৪। শৰ্ম্মা, বেণুধৰ "চুতীয়া-কৃষ্টি" ২ নং দ্ৰষ্টব্য।

২৫। Block, A. R. A. S. I. 1906—1007 P. 26.

২৬। দেউৰী, ডম্বৰুধৰ "দেউৰী সংস্কৃতি"।

২৭। Dalton, E. T. "See No. 9. above.

২৮। গোহাঁই, ৺প্ৰিয়ব্ৰত—১৪ নং দ্ৰষ্টব্য।

২৯। গোহাঁই বৰুৱা, পদ্মনাথ "অসম বুৰঞ্জী" পৃঃ ১৮—১৯।

৩০। Dalton, B. T.—See No. 9 above.

৩১। Kellner H. F. D.—See No. 7. above.

৩২। গোহাঁই, প্ৰিয়ব্ৰত ১৪ নং দ্ৰষ্টব্য।

৩৩। ঐ

৩৪। Kellner, H. F. D.—See No. 9 above.

৩৫। শৰ্ম্মা, বেণুধৰ ২ঃ দ্ৰষ্টব্য—।

৩৬। ভূঞা, ডঃ সূৰ্য্যকুমাৰ "অসমৰ পদ্য বুৰঞ্জী" পৃঃ ১০০—১০৮।

৩৭। গোহাঁই, প্ৰিয়ব্ৰত ১৪ নং দ্ৰষ্টব্য—।

৩৮। Robinson—See No. 12 above.

৩৯। Gait, E. A. "History of Assam" P. 361—362.

৪০। শইকীয়া, ডঃ পৰনচন্দ্ৰ "দেউৰী জাতিৰ পৰিচয়"। জনজাতি—১৯৭২

৪১। Goswami, M. C. & (Dr.) Saikia, P. C. " Maghiyo-bisu : A festival of the Deuri-chutiya.—Journal of the University of Gauhati XVIII—XIX Science P. 133.

৪২। Saikia, (Dr.) P. C. "some magico religious beliefs of the Deuri-chutiyas"—Journal of Assam science society —Vol X—1967.

৪৩। Goswami, M. C. & Saikia (Dr.) P. C. "Some rituals of the Deuri-chutiya."—Journal of Assam science society. Vol X1—1968.

৪৪। Saikia (Dr.) P. C. "Socio Ritual structure of a Dibongiya Village"—(Thesis, unpublished ).

৪৫। Saikia (Dr.) P. C. "Individual life cycle : comparison between the urbon and the rural Chutiyas of Assam." —Bulletin of the Deptt. of Anthropology, D. U. Vol. I, No. 1 1972.

৪৬। Saikia (Dr.) P. C. "Mimo-hareruba : Ancestor worship in a Dibongiya Village"—Bullein of the Deptt. of Anthropology, D. U. Vol. II 1973.

৪৭। শইকীয়া ডঃ পৰনচন্দ্ৰ :—
"চুতীয়া জাতি আৰু কৃষ্টি" : সভাপতিৰ অভিভাষণ। সদৌ অসম চুতীয়া সন্মিলন—১৯৬৮।

৪৮। শইকীয়া, ডঃ পৰনচন্দ্ৰ "চুতীয়াৰ বিপৰ্য্যয়"—অভিভাষণ, সদৌ অসম চুতীয়া সন্মিলন—১৯৭০।

× × ×